# মোৰ সত্য অন্বেষণৰ কাহিনী

[ ছাত্ৰ সংস্কৰণ ]

মূল :

মোহনদাস কৰমচাঁদ গান্ধী

অনুবাদ :

শ্ৰীঅমিয়কুমাৰ দাস





দত্তবৰুৱা এণ্ড কোম্পানী

গুৱাহাটী ১ ।। অসম

**Approved as Rapid Reader for High School Leaving Certificate and High Madrasa Examination by the Board of Secondary Education, Assam, Gauhati, vide Letter No. SEBA/SYLL/1/68/65—0 54 dated 7-2-68.**

প্ৰকাশক
শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা, এম. এ
দত্তবৰুৱা এণ্ড কোম্পানী
গুৱাহাটী ১ ॥ অসম

মোৰ সত্য অন্বেষণৰ কাহিনী
( ছাত্ৰ সংস্কৰণ )

প্ৰথম প্ৰকাশ—ফেব্ৰুৱাৰী ১৯৬৮
দ্বিতীয় প্ৰকাশ—জানুৱাৰী ১৯৬৯

মূল্য—ছটকা মাথোন

ছপাশাল
শ্ৰীগুৰু প্ৰেছ
গুৱাহাটী ১১ ॥ অসম

# পাতনি

মোৰ কেইজনমান অনুৰক্ত সহকৰ্মীয়ে অনুৰোধ কৰাত চাৰি-পাঁচ বছৰ পূৰ্বতে মোৰ আত্মজীৱনী লিখিবলৈ মই গাত লৈছিলোঁ আৰু মই লিখা আৰম্ভও কৰিছিলোঁ। এখিলামান পাত লিখোঁতেই বোম্বাইত গোলমাল (১৯২১ চনৰ ১৭ নৱেম্বৰ তাৰিখৰ) আৰম্ভ হ'ল। আৰু ফলত লিখাও আৰম্ভতে বন্ধ হ'ল। এই ঘটনাৰ পাচত একাদিক্ৰমে এনেকুৱা কিছুমান ঘটনা ঘটিব ধৰিলে, যাৰ ফলত মই এৰৱাডা জেলত বন্দী হ'বলগীয়া হ'ল। মই আন সকলো কাম বন্ধ কৰি আত্মজীৱনী লিখা শেষ কৰিব লাগিব বুলি মোৰ লগৰীয়া ফাটেকিয়াল শ্ৰীযুক্ত জয়ৰাম দাসে মোক বৰকৈ খাটিছিল। কিছুমান কিতাপ পঢ়িবলৈ স্থিৰ কৰি লৈছোঁ আৰু সেইবোৰ পঢ়া শেষ নোহোৱালৈকে আন কাম হাতত ল'ব নোৱাৰোঁ বুলি মই তেওঁক উত্তৰ দিলোঁ। এৰৱাডা জেলত পূৰাকৈ থাকিবলগীয়া হ'লে লিখা শেষ হ'লহেঁতেন। কিন্তু কাম আৰম্ভ কৰিবলৈ এবছৰমান থাকোঁতেই মোক এৰি দিয়া হ'ল। স্বামী আনন্দই এতিয়া পুনৰ সেই প্ৰস্তাৱ কৰিছে আৰু দক্ষিণ আফ্ৰিকাৰ সত্যাগ্ৰহৰ বুৰঞ্জী শেষ কৰি, এতিয়া 'নৱ জীৱন'ত আত্মজীৱনী লিখিবলৈ মোৰ লোভ হৈছে। সুকীয়াকৈ কিতাপৰ আকাৰত লিখিবলৈ স্বামীয়ে খাটিছিল, কিন্তু মোৰ সিমান আজৰি নাই; মই সপ্তাহে সপ্তাহে এটা এটা অধ্যায় লিখিব পাৰোঁ।

কিন্তু এজন ঈশ্বৰ-ভীৰু বন্ধুৰ মনত বহুতো সন্দেহ আৰু মোৰ লগতে তেওঁৰো এই সম্বন্ধে বহুতো সন্দেহ হ'ল। এদিনা মোৰ

মৌনব্ৰতৰ সময়ত তেওঁ ক'লে—এই কাম হাতত ল'বলৈ আপোনাক কিহে লগালে? আত্মজীৱনী লিখা পাশ্চাত্য জাতিৰ নিয়ম পাশ্চাত্য প্ৰভাৱত নপৰা কোনো এজন প্ৰাচ্য দেশৰ লোকে আত্ম-জীৱনী লিখা নাই। আৰু আপুনি লিখিব কি? ধৰক, যিবোৰক আজি নীতি বুলি মানিছে, সেইবোৰ যদি কালিলৈ এৰিবলগীয়া হয়? ধৰক, আজিৰ নীতিবোৰ কালিলৈ শুধৰাবলগীয়া হ'লে আপোনাৰ কথাত (লিখা নাইবা মুখৰ) যি সকলে নিজৰ নীতিবোৰ সংস্কাৰ কৰি লৈছে, তেওঁলোকক ভুল বাটলৈ নিয়া নহ'ব নে? এতিয়া আপোনাৰ আত্ম-জীৱনী লিখা কাম নোলোৱাটোৱেই উচিত নহ'ব নে?

এই যুক্তি মোৰ মনত লাগিল। কিন্তু প্ৰকৃততে মোক আত্ম-জীৱনী লিখা উদ্দেশ্য নহয়। জীৱনত সত্যৰ পৰীক্ষা সম্বন্ধে মোৰ যি অভিজ্ঞতা হৈছে, তাকেই মই লিখিবলৈ চেষ্টা কৰিম মাথোন। মোৰ জীৱন ইয়াৰ পৰীক্ষাৰ বাহিৰে আন একো নহয়। অৱশ্যে এইবোৰ লিখোঁতে মোৰ লিখাই আত্ম-জীৱনীৰ আকাৰ লব। প্ৰতি পাততে মোৰ পৰীক্ষাৰ বিবৰণ দিবলগীয়া হ'লেও মই লিখিম। মই বিশ্বাস কৰোঁ যে মোৰ এইবোৰ পৰীক্ষাৰ এটা ধাৰাবাহিক বিবৰণ দিলে পাঠকসকলৰ উপকাৰ নোহোৱাকৈ নাথাকে। ৰাজ-নৈতিক ক্ষেত্ৰত মোৰ পৰীক্ষাৰ কথা অকল ভাৰতবৰ্ষতেই জ্ঞাত নহয়, সভ্য জগতৰ বহুতেই ইয়াৰ কথা শুনিছে। মোৰ কাৰণে এইবিলাকৰ একো মূল্য নাই আৰু মোক "মহাত্মা" বুলি যি উপাধি দিয়া হৈছে, মোৰ ওচৰত তাৰো মূল্য কম, মাজে-সময়ে এই উপাধি-য়েই মোক বেজাৰ দিছে।

যিয়েই হওক, আধ্যাত্মিক ক্ষেত্ৰত মোৰ পৰীক্ষাবোৰ,—যিবোৰ মই অকলেই মাথোন জানো আৰু যিবোৰৰপৰা ৰাজনৈতিক ক্ষেত্ৰত কাম কৰিবলৈ মই শক্তি পাইছোঁ, মই সেইবোৰ পৰীক্ষাৰ বিবৰণ

দিম। পৰীক্ষাবোৰ প্ৰকৃততে যদি আধ্যাত্মিক হয়, তেন্তে আত্ম-প্ৰশংসাৰ বাট তাত নাই। মই যিমানেই ভাবোঁ আৰু অতীতৰ ফালে যিমানেই চকু ফুৰাই চাওঁ, সিমানেই মোৰ দোষ-ত্ৰুটীবোৰ মোৰ চকুত জল্‌জল্ পট্‌পট্‌কৈ ওলাই পৰে। মই যি লক্ষ্য লৈ এই ত্ৰিশ বছৰে সাধনা কৰি আছোঁ আৰু যাৰ বাবে কতনো দুখ ভুগিছোঁ, সেই লক্ষ্য হৈছে আত্ম-উপলব্ধি অৰ্থাৎ ভগৱানক অন্তৰত উপলব্ধি কৰা অৰ্থাৎ মোক্ষ লাভ কৰা। মোৰ গোটেই জীৱনটো এই সাধনাতেই নিয়ন্ত্ৰিত হৈছে।

মই যিবোৰ কাম কৰোঁ, লিখাত নাইবা কথাত, ৰাজনৈতিক ক্ষেত্ৰত মোৰ সকলো কাম এই উদ্দেশ্যতেই নিৰ্দিষ্ট হয়। কিন্তু মই সদায় বিশ্বাস কৰি আহিছোঁ যে যি কাম এজনৰ বাবে সাধ্য হয়, সেই কাম অন্য সকলোৰে বাবেও সাধ্য হ'ব। মোৰ সকলো পৰীক্ষা কোনো আন্ধাৰ খোটালীত কৰা নহয়, সকলোৰে আগত প্ৰকাশ্যেই মোৰ পৰীক্ষাৰ কাম কৰা হয় আৰু মই ভাবোঁ যে ইয়াৰ-পৰা এইবোৰ কামৰ আধ্যাত্মিক মূল্যৰ একো হানি নহয়। কিছুমান কাম আছে যিবোৰ ঈশ্বৰ আৰু কৰোঁতাজনেহে জানে। এইবোৰ জনাব নোৱাৰি, মোৰ পৰীক্ষাবোৰ এনেবিধৰ নহয়। কিন্তু এইবোৰ কাম আধ্যাত্মিক, নাইবা নৈতিক বুলিও ক'ব পাৰি। কাৰণ ধৰ্মই হৈছে নীতি।

ধৰ্মৰ যিবোৰ বিষয় ল'ৰা, বুঢ়া, ডেকা, গাভৰু সকলোৱেই বুজিব পাৰে, সেইবোৰ বিষয়হে মাথোন ইয়াত কোৱা হ'ব। মই যদি এইবোৰ নিৰপেক্ষভাৱে, বিনয় আৰু নম্ৰতাৰে সৈতে আলোচনা কৰিব পাৰোঁ, তেন্তে এনে বিধৰ আন পৰীক্ষকেও জীৱনৰ যাত্ৰাত বহুতো সমল গোটাব পাৰিব। এইবোৰ পৰীক্ষাৰে মই সম্পূৰ্ণতাৰ দাবী কৰাটো নহয়। যিদৰে বৈজ্ঞানিক এজনে বৰ সাৱধানেৰে সৈতে পৰীক্ষা চলাওঁতেও তেওঁৰ সিদ্ধান্তবোৰেই শেষ

বুলি নাভাবে আৰু সেই সম্বন্ধে নতুন কথা ভাৰিবলৈ মন মুকলি কৰি ৰাখে, ঠিক তেনেদৰে মযো আত্ম-পৰীক্ষাৰে নিজৰ মাজতে নিজে সত্য-বস্তু বিচাৰি ফুৰিছোঁ, নিজৰ প্ৰত্যেক মানসিক অৱস্থা ফহিয়াই চাইছোঁ আৰু তথাপি সম্পূৰ্ণতা, নাইবা অভ্ৰান্ততা সম্বন্ধে মই অলপমানো দাবী নকৰোঁ। অৱশ্যে মই এটা দাবী কৰোঁ আৰু সেইটো হৈছে মোৰ বাবে সেইবোৰ শুদ্ধ, মোৰ বাবে সেইবোৰ কিছুদিনলৈ শেষ সিদ্ধান্ত। কাৰণ সেইবোৰ মোৰ বাবে শুদ্ধ নহ'লে মই সেইবোৰৰ ওপৰত নিৰ্ভৰ কৰি মোৰ অন্য কামত হাত দিব নোৱাৰোঁ। যেতিয়ালৈকে মোৰ কামবোৰ মোৰ বুদ্ধি আৰু হিয়াৰ বাবে সন্তোষজনক হয়, তেতিয়ালৈকে মোৰ আদি সিদ্ধান্তবোৰত মই খামোচ মাৰি ধৰি থাকিম।

মোৰ নীতিবোৰ আলোচনা কৰিবলৈ হ'লে মোৰ আত্ম-জীৱনী লিখাত পোনপটীয়াকৈ হাত নিদিলেও চলে। কিন্তু মোৰ উদ্দেশ্য হৈছে, মোৰ এই নীতিবোৰ মোৰ জীৱনত কেনেকৈ খটাইছোঁ, তাৰ বিবৰণ দিয়া। এই সত্য হৈছে—অকল কথাৰ সত্যতাই নহয়, চিন্তাৰ সত্যতা, আৰু আমাৰ ভাবৰ পৰস্পৰ সম্বন্ধৰ সত্যতাই নহয়—যি সত্য সকলো সত্যতকৈ সুকীয়াকৈ আছে, যি মূল সত্য—অৰ্থাৎ ঈশ্বৰ। ঈশ্বৰৰ সংজ্ঞা অসংখ্য, কাৰণ তেওঁৰ প্ৰকাশ অসংখ্য। ঈশ্বৰৰ এই ৰূপ প্ৰকাশত মই স্তব্ধ হওঁ, কিন্তু মই ঈশ্বৰক সত্য বুলিহে পূজা কৰোঁ। তেৱেঁই অকল বাস্তৱ, অন্যবোৰ অবাস্তৱ। তেওঁক মই পোৱা নাই, কিন্তু মই তেওঁক পাবলৈকে যত্ন কৰি আছোঁ। ইয়াৰ বাবে মোৰ জীৱন ত্যাগ কৰিবলগীয়া হ'লেও মই সাজু আছোঁ। যেতিয়ালৈকে মই সুকীয়া মূল সত্য উপলব্ধি কৰিব নোৱাৰোঁ, তেতিয়ালৈকে মোৰ নিজৰ ভাবৰ লগত সম্বন্ধ থকা সত্যকেই ধৰি থাকিম। এই সত্যই বাট দেখুৱাবলৈ মোৰ পোহৰ, মোক ৰক্ষা কৰিবলৈ ইয়েই মোৰ ঢাল। যদিও এই বাট

পোন, ঠেক আৰু ক্ষুৰৰ দৰে চোকা, তথাপিও মোলৈ এয়েই সৰ্কলোতকৈ উজু আৰু পোন। মই এই বাটেদি চলা বাবে মোৰ হিমালয় সদৃশ ভ্ৰান্তিবোৰো তুচ্ছ। নিৰ্বাণ হোৱাৰপৰা মোক এই বাটেই ৰক্ষা কৰি আহিছে। এই পোহৰে বাট দেখুৱাবতে মই আগ বাঢ়িছোঁ। মাজে মাজে এই যাত্ৰাত সেই মূল-সত্যৰ জিলিকিনি দেখা যেন পাইছোঁ আৰু তেৱেঁই যেন অকল বাস্তৱ, অন্য সকলো যে অবাস্তৱ, মোৰ এই বিশ্বাস দিনে দিনে বাঢ়িছে। মোৰ এই বিশ্বাস কেনেকৈ বাঢ়িছে, যিসকলে এইবিলাক পঢ়িব, তেওঁলোকে বুজিব আৰু মোৰ পৰীক্ষাবোৰৰো ভাগ তেওঁলোকে লব পাৰে।

মোৰ বাবে যি সাধ্য হৈছে, এটা সৰু ল'ৰাৰ বাবেও সেইটো সাধ্য, এই বিশ্বাসো মোৰ হৈছে আৰু এই কথাষাৰ কোৱাত মোৰ যুক্তি আছে। সত্য অনুসন্ধানৰ উপায় যেনেকৈ উজু, তেনেকৈ টানো, আত্মম্ভৰী মানুহৰ পক্ষে ই অসম্ভৱ, সৰল শিশুৰ কাৰণে সম্ভৱ। সত্য অনুসন্ধিৎসু ধূলি-কণাতকৈও নম্ৰ হ'ব লাগিব। জগতে ধূলি-কণা ভৰিৰ তলত মোহাৰি যায়, কিন্তু সত্য অনুসন্ধিৎসু ইমান নম্ৰ হব লাগিব যে আনকি ধূলি-কণায়ো তেওঁক মোহাৰিব পৰা হ'ব লাগিব। তেতিয়াহে তেওঁ সত্যৰ জিলিকনি দেখিব পৰা হ'ব। বশিষ্ঠ আৰু বিশ্বামিত্ৰৰ কথা-বতৰাই এই কথাষাৰ স্পষ্টকৈ প্ৰমাণ কৰিছে। খৃষ্টান আৰু ইছলাম ধৰ্মৰো এই কথাবোৰৰ প্ৰমাণ কৰে।

এই প্ৰবন্ধবোৰ পঢ়ি কোনোবাই ইয়াত অহঙ্কাৰৰ গন্ধ-ভাপ পালে, মোৰ অনুসন্ধানেই ভুল হৈছে বুলি ধৰিব আৰু মই দেখা সত্যৰ জিলিকনি মৰীচিকাৰ বাহিৰে অন্য একো নহয় বুলি ভাবিব। মোৰ দৰে এশজন ধ্বংস হওক, কিন্তু সত্যৰ চিৰদিনলৈ জয় হওক। সত্যৰ পতাকাখনৰ গৌৰৱ এডাল চুলিৰ সমানো যেন লাঘৱ নহয়। মই নিজে কিমান ভাল, তাক বৰ্ণোৱা মোৰ উদ্দেশ্য নহয়। মোৰ

উদ্দেশ্য হৈছে, সত্যাগ্ৰহৰ পৰীক্ষাবোৰৰ সম্পূৰ্ণ বিৱৰণ দিয়া। মোক নিজক বিচাৰ কৰোঁতে সত্যৰ দৰে মই কঠোৰ হ'ম আৰু নিজক সেই জোখেৰে চাই, কবি সুৰদাসৰ দৰে মই কওঁ :—

"মোৰ দৰে ঘৃণনীয়,—
দুষ্ট, পাপিষ্ঠ আৰু ক'ত আছে?
মই এনে অকৃতজ্ঞ যে
সৃষ্টিকৰ্তাক এৰিছোঁ।"

যি মোৰ প্ৰতি নিশ্বাস-প্ৰশ্বাসেই শাসন কৰে, যাৰ মই সন্তান, সেই ঈশ্বৰৰপৰা মই যে ইমান দিন আঁতৰত আছোঁ, ই মোক শূলে বিন্ধাৰ দৰে দুখ দি আছে। মই জানো যে মোৰ ভিতৰত যিবোৰ কু-প্ৰবৃত্তি আছে, সেইবোৰেই মোক তেওঁৰপৰা আঁতৰ কৰি ৰাখিছে, অথচ মই সেইবোৰৰপৰা নিজক আঁতৰাব নোৱাৰোঁ।

কিন্তু মই এতিয়া পাতনি শেষ কৰিব লাগে। ইয়াৰ পাচৰ অধ্যায়তহে আচল কথাবোৰ আৰম্ভ কৰিব পাৰোঁ।

সবৰমাটী আশ্ৰম
২৬ নৱেম্বৰ ১৯২৫,

এম্. কে. গান্ধী

# মোৰ সত্য অন্বেষণৰ কাহিনী

## প্ৰথম ভাগ

### জন্ম আৰু বংশ পৰিচয়

গান্ধীবংশ জাতত বণিয়া, আৰু বোধকৰোঁ আদিতে তেওঁলোক খুচুৰা মালৰ মুদী আছিল। কিন্তু মোৰ ককাইদেউতাৰ তিনি পুৰুষ পূৰ্বৰেপৰা তেওঁলোক কাথিৱাৰৰ দেশীয় ৰাজ্যবিলাকত প্ৰধান মন্ত্ৰী হৈ ৰাজ্য পৰিচালনা কৰি আহিছে। মোৰ ককাদেউতা উত্তমচাঁদ গান্ধী ওৰফে ওটা গান্ধী নিশ্চয়েই এজন স্থিৰনীতিৰ পুৰুষ আছিল। তেখেত পোৰবন্দৰ ৰাজ্যৰ দেৱান আছিল। কিন্তু ৰাজকীয় কৰ্মচাৰীসকলৰ ষড়যন্ত্ৰাদিত তেখেতে ইয়াত প্ৰধান মন্ত্ৰীৰ বাব এৰিবলৈ বাধ্য হ'ল আৰু শেহত জুনাগৰ ৰাজ্যত আশ্ৰয় ললেগৈ। তালৈ গৈ নৱাবক বাঁও হাতেৰে 'চেলাম' দিলে। এই কথাষাৰত এজনে বাহ্যিক অভদ্ৰতা লক্ষ্য কৰি ইয়াৰ বাবে কৈফিয়ৎ বিচাৰিলত তেওঁখেতে এই বুলি উত্তৰ দিলে: "মোৰ সোঁহাতখন পোৰবন্দৰত ইতিপূৰ্বেই বন্ধকত থৈ আহিছোঁ।"

প্ৰথম তিৰোতাগৰাকীৰ মৃত্যু হোৱাত ওটা গান্ধীয়ে দ্বিতীয় বাৰলৈ বিয়া কৰায়। প্ৰথম গৰাকী তিৰোতাৰ ফালৰপৰা চাৰিটি ল'ৰা আৰু দ্বিতীয় পক্ষৰ তিৰোতাৰ ফালৰপৰা দুটি ল'ৰাৰ জন্ম হৈছিল। ওটা গান্ধীৰ এই কেইটি ল'ৰা যে একে মাকৰ নাছিল এই কথাষাৰ মোৰ সম্পৰ্কতে ভাব হোৱা নাছিল আৰু নাজানিছিলোঁও। এই ছগৰাকী ভ্ৰাতৃসকলৰ ভিতৰত পঞ্চম জন কৰমচাঁদ গান্ধী ওৰফে কাবা গান্ধী আৰু ষষ্ঠজনা আছিল তুলসীদাস গান্ধী। দুয়ো একাদিক্ৰমে পোৰবন্দৰ-ৰাজ্যৰ প্ৰধান মন্ত্ৰীৰ বাব পাইছিল। কাবা গান্ধীয়েই মোৰ পিতৃদেৱ। ৰাজস্থানিক দৰবাৰৰ তেখেত এজনা সভ্য আছিল। এতিয়া এই দৰবাৰ উঠি গৈছে, কিন্তু সেই সময়ত এই অঞ্চলৰ ৰজাসকলৰ ভিতৰত আৰু তেওঁলোকৰ বংশ-পৰিয়ালৰ মাজত কিবা বাদ-বিসম্বাদ হ'লে মীমাংসা কৰিবলৈ এইখনেই এখন প্ৰতিপত্তিশালী সভা আছিল। কিছুদিনলৈ ৰাজকোট আৰু বৰ্দ্ধনৰ ৰাজ্যতো তেখেতে প্ৰধান মন্ত্ৰীৰ কাম কৰিছিল; মৰিবৰ কালত তেখেতে ৰাজকোট ৰাজ্যৰপৰা 'পেঞ্চন' পাই আছিল।

বিয়াৰ পাচত একাদিক্ৰমে তিৰোতা ঢুকোৱা বাবে কাবা গান্ধীয়ে চাৰিবাৰ বিয়া কৰাইছিল। প্ৰথমা আৰু দ্বিতীয়া তিৰোতাৰ ফালৰপৰা তেখেতৰ দুগৰাকী ছোৱালীৰ জন্ম হৈছিল। কনিষ্ঠা তিৰোতা পুতলীবায়ে এজনী ছোৱালী আৰু তিনিটি ল'ৰাৰ জন্ম দিছিল। ময়েই কনিষ্ঠ ল'ৰা।

মোৰ দেউতাই নিজৰ বংশপৰিয়াল কুটুম্ব আদিক বৰ মৰম-চেনেহ কৰিছিল। তেখেত সদায় সত্যপ্ৰিয় সাহিয়াল আৰু উদাৰ-চিতীয়া হ'লেও অলপতে খং উঠা স্বভাৱৰ লোক আছিল। আৰু কিছু পৰিমাণে ইন্দ্ৰিয়াসক্তও আছিল, কাৰণ ৪০ বছৰ পাৰ হোৱাতো তেখেতে চতুৰ্থবাৰলৈ বিয়া কৰায়। কিন্তু সেইবুলি তেখেতৰ চৰিত্ৰত দোষ ঘটা নাছিল। পৰিয়ালৰ মাজত আৰু বাহিৰতো

তেখেতে সদায় নিৰপেক্ষভাৱে বিচাৰাদি কৰিছিল বুলি তেখেতৰ সুনাম আছিল। তেখেতৰ ৰাজভক্তিৰ কথা সকলোৰে জনাজাত। ৰাজকোটৰ ৰজা ঠাকুৰছাহেবক এজন এছিষ্টেণ্ট পলিটিকেল এজেণ্টে অভদ্ৰভাৱে কথা কৈছিল। তেখেত এই অপমানৰ বিৰুদ্ধে থিয় দিলত এজেণ্টৰ খং উঠিল আৰু কাবা গান্ধীক ক্ষমা প্ৰাৰ্থনা কৰিবলৈ আদেশ দিলে। কিন্তু তেখেতে এই কথাত মান্তি নহ'ল আৰু ফলত তেখেতক কেইবা ঘণ্টালৈকে বন্দী কৰি থোৱা হ'ল; শেহত যেতিয়া এজেণ্টে দেখিলে যে কাবা গান্ধী বজ্ৰৰ দৰে কঠিন, তেতিয়া মুকলি কৰি দিবলৈ আদেশ দিলে।

মোৰ দেউতাৰ ধন-সম্পত্তি গোটাবলৈ একো আকাঙ্ক্ষা নাছিল আৰু সেইবাবে নিচেই সামান্য ধন-সম্পত্তি আমাৰ বাবে এৰি গৈছিল।

জীৱনত লাভ কৰা অভিজ্ঞতাৰ বাহিৰে আন একো শিক্ষা তেখেতে পোৱা নাছিল, বৰ বেচি হ'লে তেখেতে গুজৰাটীৰ পঞ্চম মানলৈকে পঢ়িছিল। ইতিহাস আৰু ভূগোল সম্পৰ্কে তেখেত সম্পূৰ্ণ অজ্ঞ আছিল। কিন্তু জীৱনত লাভ কৰা অভিজ্ঞতাই বহুতো জটিল সমস্যাৰ সমাধানত আৰু শই শই তলতীয়া কৰ্মচাৰীৰ পৰিচালনাত তেখেতক বৰকৈ সহায় কৰিছিল। ধৰ্মসম্পৰ্কে তেখেতৰ সামান্যাই শিক্ষা আছিল কিন্তু দেৱমন্দিৰলৈ প্ৰায় নিতৌ যোৱা-অহা কৰি আৰু সাধাৰণতে বহুতো হিন্দুৱে বিবোৰ ধৰ্মোপদেশ আদি জানিবলৈ সুবিধা পায় তেনেবিধৰ উপদেশাদি শুনি যি ধৰ্মজ্ঞান হয়, সেয়েই তেখেতৰ আছিল। আমাৰ পৰিয়ালৰ বন্ধু এজন ব্ৰাহ্মণ পণ্ডিতৰ কথা শুনি তেখেতে জীৱনৰ শেষ বয়সত গীতা পঢ়িবলৈ আৰম্ভ কৰে। আৰু প্ৰতিদিনে উপাসনাৰ সময়ত গীতাৰ কিছুমান শ্লোক তেখেতে আবৃত্তি কৰিছিল।

মোৰ মাতৃদেৱীয়ে মোৰ মনত যি স্মৃতিৰ সাঁচ বহুৱাই থৈ গৈছে, সেইটো হৈছে ঈশ্বৰলৈ ভক্তিপৰায়ণতা। তেখেত বৰ ধৰ্মপৰায়ণা

তিৰোতা আছিল। প্ৰতিদিনৰ পূজা-অৰ্চনাদি শেষ নকৰাকৈ আহাৰ গ্ৰহণ কৰাৰ কথা তেখেতে ভাবিবই নোৱাৰিছিল। বৈষ্ণৱমন্দিৰ 'হাবেলী'লৈ যোৱাটো তেখেতৰ দৈনন্দিন কৰ্তব্যৰ ভিতৰত আছিল। মোৰ যিমান দূৰ মনত পৰে, তাৰপৰা কব পাৰোঁ যে তেখেতে চাতুৰ্মাস ব্ৰত পালন নকৰাকৈ কেতিয়াও থকা নাছিল। বৰ টান টান কথা লৈ ব্ৰত ধৰিব আৰু সেই মতে পালন কৰিব। বেমাৰ হ'লেও অলপো ঢিলাই নিদিয়ে। মোৰ মনত পৰে এদিন চান্দ্ৰায়ণ ব্ৰত পালন কৰোঁতে তেখেতৰ বেমাৰ হ'ল; তথাপি বেমাৰৰ বাবে ব্ৰত পালনত একো বাধা নহ'ল। ওপৰা-ওপৰিকৈ অনশন ব্ৰত দুদিন তিনি দিনলৈ লোৱাটো তেখেতৰ পক্ষে একো কথা নাছিল। চাতুৰ্মাস ব্ৰতত এসাজ খোৱাটো তেখেতৰ অভ্যাস আছিল; ইযাতো তেখেত সন্তুষ্ট হোৱা নাছিল, ইয়াৰ উপৰি এদিন বাদে এদিন সম্পূৰ্ণ উপবাসে থকাটো তেখেতৰ সাধাৰণ কথা আছিল। কোনো এটা চাতুৰ্মাস ব্ৰতৰ দিনত সূৰ্য্য নেদেখাকৈ আহাৰ গ্ৰহণ নকৰে বুলি তেখেতে ব্ৰত ল'সে। আমি তেতিয়া সৰু ল'ৰা-ছোৱালীবিলাকে সূৰ্য্য দেখা গৈছে নে নাই চাবলৈ আকাশৰ ফালে ডিঙি মেলি থাকোঁ, সকলোৱেই জানে যে বাৰিষাৰ দিনত কেতিয়াবা বেলিৰ মুখ কেইবা দিনলৈকে নেদেখাকে থাকিব লগীয়া হয়। মোৰ এতিয়াও মনত পৰে কেতিয়াবা হঠাতে বেলি ওলালে আমি লৰি গৈ আইক জনাইছিলোঁগৈ। আৰু তেখেতেও নিজৰ চকুৰে চাবলৈ বুলি বাহিৰলৈ ওলাই আহে। কিন্তু কেতিয়াবা এনেকুৱাও হৈছিল যে তেখেত ওলাই আহি বাহিৰ পায় মানে পলৰীয়া বেলি আকৌ ডাৱৰৰ মাজত মাৰ যায় আৰু ফলত তেখেতো আহাৰৰ-পৰা বঞ্চিত হয়। তেখেতে মাথোন হাঁহি হাঁহি কৈছিল, "বাৰু একো হোৱা নাই, ভগৱানে আজি মই আহাৰ গ্ৰহণ কৰাটো নিবিচাৰে।" এই বুলি তেখেতে আকৌ আন কামত লাগিছিল।

মোৰ আইৰ সাধাৰণ বুদ্ধি বৰ চোকা আছিল। ৰাজকীয় সকলো বিষয সম্পৰ্কে তেখেতে বৰ ভালকৈযে জানিছিল আৰু ৰাজ-পৰিযালৰ তিৰোত'সকলেও তে'খতৰ বুদ্ধিবৃত্তিৰ গুণগ্ৰাহী নোহোৱাকৈ নাছিল। সৰু ল'ৰা বুলি মযো তেখেতৰ লগতে ৰজাৰ অন্তঃপুৰলৈ যাবলৈ সুযোগ পাইছিলোঁ, আৰু ঠাকুৰ চাহেবৰ বিধৱা মাতৃৰ লগত মোৰ আইৰ বহুতো কথাৰ আলোচনা হোৱা এতিয়াও মোৰ মনত প'ৰে।

মোৰ জন্ম হৈছিল পোৰবন্দৰত ১৮৬৯ চনৰ ২ অক্টোবৰৰ তাৰিখে। পোৰবন্দৰক সচৰাচৰ সুদামাপুৰী বোলা হয। মোৰ বাল্যকাল পোৰবন্দৰতেই কটাবলগীযা হয। সৰুতে স্কুলত ভৰ্তি কৰি দিয়া হয। মই কোনোমতে পূৰণৰ ঘৰৰ নেওঁতা শেষ কৰিছিলোঁ। লগৰীযা আন ল'ৰাৰ লগতে আমাৰ শিক্ষকজনক গালি পাৰিবলৈ শিকাৰ বাহিৰে এই সময়ৰ আন কোনো কথা মোৰ মনত নপৰে; সেই বাবে মোৰ ধাৰণা হৈছে যে সেই সময়ত মোৰ বুদ্ধি-বৃত্তি আৰু স্মৰণ-শক্তি বৰ বেযা আছিল।

# শৈশৱ

ৰাজস্থানীয দৰবাৰৰ সদস্য হ'বলৈ বুলি মোৰ পিতৃদেৱ যেতিয়া পোৰবন্দৰ এৰি ৰাজকোটলৈ যায, তেতিয়া মোৰ বয়স প্ৰায় ৭ বছৰ আছিল যেন পাওঁ। মোক তাত প্ৰাইমাৰী স্কুল এখনত ভৰ্তি কৰি দিযা হ'ল। তাত শিক্ষকৰ নাম ধাম আদি সকলো কথা মোৰ এতিয়াও ভালকৈ মনত পৰে। পোৰবন্দৰৰ দৰে ইয়াতো পঢ়াশুনা

সম্বন্ধে বিশেষ একো ক'বলগীয়া নাই। মই মজলীয়া বিধৰ ছাত্র আছিলোঁ। এইখন পঢ়াশালিৰপৰা 'ছুবার্বান' স্কুললৈ গ'লোঁ আৰু তাৰপৰা হাইস্কুললৈ গ'লোঁ। এই সময়ত মোৰ বয়স বাৰ বছৰ হ'লহি। এই কেইবছৰত মই মোৰ সহপাঠী নাইবা শিক্ষকৰ ওচৰত মিছা কথা কোৱা মনত নপৰে। মই বৰ লাজকুৰীয়া স্বভাৱৰ ল'ৰা আছিলোঁ, সেই বাবে লগ সঙ্গ এৰি আঁতৰত থাকিবলৈ ভাল পাইছিলোঁ। কিতাপেই মোৰ একমাত্র লগৰীয়া আছিল। ঘণ্টা বজা মাত্রে স্কুল পোৱা, আৰু স্কুল ছুটী হোৱা মাত্রে ঘৰলৈ ওলোটা, এয়েই মোৰ নিতৌ অভ্যাস আছিল। কবলৈ গ'লে, মই ঘৰলৈ লৰি আহিছিলোঁ। সচৰাচৰ কাৰো লগত কথা নাপাতোঁ। মোক কোনোবাই জোকায় বুলি মোৰ ভয়ো লাগিছিল।

হাইস্কুলত ভৰ্তি হোৱাৰ প্রথম বছৰৰ ভিতৰত পৰীক্ষাৰ সময়ত উল্লেখযোগ্য ঘটনা এটা ঘটিছিল। পৰিদর্শন কৰিবলৈ শিক্ষা-বিভাগৰ ইন্সপেক্টৰ মিঃ জাইলছ্ স্কুললৈ আহিছিল। তেওঁ পাঁচটা শব্দ বানান কৰিবলৈ দিছিল। ইয়াৰ ভিতৰত এটা শব্দ আছিল 'Kettle'। ইযাৰ বানান মই ভুলকৈ লিখিছিলোঁ। আমাৰ শিক্ষক জনে বুট জোতাৰ আগৰে মাটিত লিখি মোক সহায় কৰিছিল, কিন্তু তেওঁৰ এই সহায় মই লোৱা নাছিলোঁ। কাৰণ মই ভাবিছিলোঁ যে আমি যাতে লোকৰ নকল নকৰোঁ, তাকেই চাবলৈহে শিক্ষকজন আছে। মোৰ বাহিৰে, সকলো ছাত্রই এই বানানটো শুদ্ধ কৰি লিখিলে। ময়েই মূৰ্খ হ'লোঁ, শিক্ষকজনে পাচত মোৰ এই মূৰ্খালি বুজাবলৈ চেষ্টা কৰিছিল, কিন্তু মই নকল কৰা বিদ্যা কেতিয়াও শিকা নাছিলোঁ। এই ঘটনা হোৱা সত্ত্বেও শিক্ষকজনলৈ মোৰ সন্মান অলপো কমা নাছিল। স্বাভাৱিকতে গুৰুজনৰ দোষলৈ মই অন্ধ আছিলোঁ। ইয়াৰ পাচত শিক্ষকজনৰ আন বহুতো দোষৰ মই গম পাইছিলোঁ। কিন্তু তেওঁলৈ মোৰ সন্মান অলপো কমা নাছিল।

কাৰণ গুৰুজনৰ আদেশ মানিবলৈ মই শিকিছিলোঁ, তেওঁলোকৰ হুকুম কঁহিয়াই চাবলৈ মই শিকা নাছিলোঁ।

এই সময়ৰ আৰু দুটা ঘটনা মনত আছে। স্বভাৱতে স্কুল পাঠ্যৰ বাহিৰে আন কিতাপ পঢ়া মই ভাল পোৱা নাছিলোঁ। দৈনিক পাঠ্য পঢ়িবই লাগিব, কাৰণ পঢ়াক ফাঁকি দিয়া বুলি গালি খোৱাটো মই বৰ ঘিণ কৰিছিলোঁ। মই পঢ়া তৈয়াৰ কৰিছিলোঁ, কিন্তু মাজে-সময়ে কিতাপলৈ মনোযোগ নিদিয়াকৈ পঢ়িছিলোঁ। সেই-খাৰে পঢ়া ঠিক মতে নহ'লে অতিৰিক্তকৈ পঢ়াৰ সময় নাছিল। কিন্তু হঠাতে পিতাদেৱে কিনা নতুন এখন কিতাপলৈ মোৰ চকু পৰিল। কিতাপখনৰ নাম 'শ্ৰাৱণৰ পিতৃভক্তি' নাটক। এই কিতাপখন বৰ মন দি পঢ়িলোঁ। এনেতে আমাৰ তালৈ ফুৰি-ফুৰা ছবিৱালা আহিল। সি ছবিবিলাকৰ ভিতৰত শ্ৰাৱণে অন্ধ মাক-বাপেকক তীৰ্থলৈ নিয়া ছবিখন দেখুৱালে। কিতাপখনে আৰু এই ছবিয়ে মোৰ মনত মচিব নোৱাৰাকৈ সাঁচ বহুৱালে। মই মনতে ক'লোঁ—"তুমি অনুকৰণ কৰিবলগীয়া এয়ে এটা দৃষ্টান্ত।" শ্ৰাৱণৰ মৃত্যুত মাক-বাপেকৰ খেদ এতিয়াও বেছ পৰিষ্কাৰৰূপে মোৰ মনত আছে, বিলাপত মোৰ হিয়া পমি গ'ল, পিতাদেৱে মোক কিনি দিয়া 'কনছাৰ্টিনো'ত সেই সুৰকেই বজালোঁ। আৰু এখন নাটক লৈ এনে এটা ঘটনা ঘটিছিল। মই এই সময়ত নাটকৰ অভিনয় চাবলৈ পিতাদেৱৰ অনুমতি লৈছিলোঁ। হৰিশ্চন্দ্ৰৰ অভিনয়ে মোৰ মন মোহিলে। এইখন চাওঁ মানে মোৰ ভাগৰ লগা নাছিল। কিন্তু অভিনয় চাবলৈ যাবলৈ অনুমতি কেইবাৰলৈ পাম? হৰিশ্চন্দ্ৰৰ কথাবোৰ মোৰ মনলৈ বাৰে বাৰে আহিব ধৰিলে আৰু হৰিশ্চন্দ্ৰৰ ৰচনাবোৰ মই সময়ে অসময়ে গাবলৈ ধৰিলোঁ।—"সকলোৱেই কিয় হৰিশ্চন্দ্ৰৰ দৰে সত্যবাদী নহয়? সত্যকেই অনুসৰণ কৰি, হৰিশ্চন্দ্ৰৰ দৰে সকলো বিপদকে অগ্ৰাহ্য কৰা

মই শিকিলোঁ। হৰিশ্চন্দ্ৰৰ উপাখ্যান মই সচা ঘটনা বুলি বিশ্বাস কৰিছিলোঁ। আজি মোৰ সাধাৰণ বুদ্ধিৰে বুজি পাইছোঁ যে, হৰিশ্চন্দ্ৰ বুলি বুৰঞ্জীমূলক চৰিত্ৰ একো নাছিল। কিন্তু মোৰ কাৰণে হৰিশ্চন্দ্ৰ আৰু শ্ৰাৱণ জীৱন্ত চৰিত্ৰ আৰু এতিয়াও সেই দুখন কিতাপ পঢ়িলে পূৰ্বৰ দৰেই মই ভোল যাম।

## বাল্য-বিবাহ

এই অধ্যায়টো নিলিখোঁ বুলি ইচ্ছা কৰিলেও মই লিখিব লাগিব। এই বৃত্তান্তবোৰ লিখোঁতে এনেকুৱা আৰু কত তিতাকথা চোবাব লাগিব। কিন্তু তথাপিও সত্যৰ সেৱক হ'বলৈ দাবী কৰিলে মই সেইবোৰৰপৰা পিঠি হোঁহোকা দিব নোৱাৰোঁ। বৰ বেজাৰেৰে লিখিবলগীয়া হৈছে যে মোৰ ১৩ বছৰ বয়সত বিয়া হয়। মোৰ তত্ত্বাৱধানত থকা এই সৰু ল'ৰাবোৰ দেখিলে মোৰ বিয়াৰ কথা মনত পৰে। ইয়াৰ বাবে মোৰ নিজলৈকে ধিক্কাৰ হয় আৰু মোৰ-দৰে এনে অদৃষ্টৰপৰা ৰক্ষা পৰা ল'ৰাবোৰক ধন্যবাদ দিওঁ। এনে-বিধৰ বাল্য বিবাহৰ বাবে কোনো নৈতিক যুক্তি মই বিচাৰি নাপাওঁ।

পাঠকসকলে যেন ভুল নকৰে। মোৰ বিয়া হ'ল, মই বাগদত্ত হোৱা নাছিলোঁ। কাথিৱাৰত দুটা আচাৰ প্ৰচলিত আছে, বাগদান আৰু বিবাহ। দৰা-কন্যাৰ বাপেক মাকহঁতৰ প্ৰতিশ্ৰুতি হৈছে বাগদান, এনে বিবাহ ভাঙিব পাৰে, আৰু দৰাৰ মৃত্যু ঘটিলেও কন্যা বাৰী নহয়। ই মাক-বাপেকৰ প্ৰতিশ্ৰুতি মাথোন। দৰা-কন্যাৰ ইয়াৰ কোনো ভাগ নাই, আনকি এই সম্বন্ধে তেওঁলোকে নজনাকৈও থাকিব পাৰে। তিনিবাৰ মই বাগদত্ত হৈছিলোঁ বুলি মোৰ অলপ অলপ মনত

পৰে, অৱশ্যে কেতিয়া হৈছিলোঁ, সেই সম্বন্ধে মোৰ মনত নাই। দুজনী কন্যা মৰিছে বুলি মই শুনিছিলোঁ। সেই বাবেই মই তিনিবাৰ বাগদত্ত হৈছিলোঁ বুলি ধৰিছোঁ।

আমি তিনি ভাই আছিলোঁ। বৰ জনাৰ পূৰ্বেই বিয়া হৈছিল। মোতকৈ এবছৰৰ ডাঙৰ ককাইদেৱক, মোতকৈ এবছৰৰ ডাঙৰ খুড়াদেৱৰ পুতেক আৰু মোক, একে সময়তে বিয়া কৰাই দিয়া গুৰুজনে স্থিৰ কৰিলে। আমাৰ মঙ্গল সম্বন্ধে ইয়াত তেওঁলোকৰ কোনো চিন্তাতো নাছিলেই আমাৰ মতো লোৱা নাছিল। ই তেওঁলোকৰ সুবিধা আৰু কম খৰচৰ ওপৰত নিৰ্ভৰ কৰা কথা। হিন্দুৰ বিয়া তামাচাৰ কথা নহয়। দৰা-কন্যাৰ বাপেক-মাকহঁত এই লৈ ধ্বংস হয়। তেওঁলোকৰ সময় আৰু অৰ্থৰ অপব্যৱহাৰ হয়, সাজ-পোছাকৰ দিহা-কৰা, গহনা গঢ়োৱা, খোৱা-বোৱাৰ বাজেট' কৰাতেই, কেইমাহমান যায়। ইপক্ষই সিপক্ষৰ লগত এইবিলাক বিষয়ত অৰিয়া-অৰি লগায়। ইফালে তিৰোতাসকলৰ সুৰ মিঠা হওক বা নহওক, নাম গাই ডিঙি ফালে মাথোন, আনকি নৰিয়াও পৰে আৰু কোনো কোনো সময়ত গীত গাই ওচৰচুবুৰীয়াৰো শান্তি ভঙ্গ কৰে। ওচৰ-চুবুৰীয়াসকলেও এইবিলাক আৰু চুৰাপাত পেলোৱা উপদ্ৰৱ নিৰাত হৈ সহি থাকে; কাৰণ, তেওঁলোকে জানে যে সময় হ'লে তেওঁলোকেও এইদৰে আচৰণ কৰিব।

এবাৰ এবাৰকৈ তিনিবাৰ এইবোৰ লেঠা হোৱাতকৈ একেবাৰতেই সকলো লেঠা মৰাই শ্ৰেয় বুলি আমাৰ গুৰুজনসকলে ভাবিলে। খৰচো কম, কিন্তু ধুমধাম বৰ বেচি। কাৰণ তিনিবাৰ খৰচ নকৰি একেবাৰতেই সৰহকৈ খৰচ কৰিব পাৰি। মোৰ দেউতা আৰু খুড়াদেউ দুজনেই বুঢ়া হৈছিল। বিয়া দিবলগীয়া ল'ৰা আমাতেই শেষ। আৰু ইও সম্ভৱ যে তেওঁলোকে জীৱনত শেষবাৰলৈ হেঁপাহ পূৰোৱাকৈ ইয়াতেই 'ইতি' কৰিব বিচাৰিছিল।

এই সকলোবিলাক কথা ভাবি তিনিওৰে বিয়া স্থিৰ হ'ল। তৈয়াৰ হওঁতে কেইবামাহো গ'ল।

তৈয়াৰ হোৱাৰ ঘটনাবোৰেই ভৱিষ্যতৰ জাননী দিলে। ভাল কাপোৰ পিন্ধা, ঢোলৰ বাজনা, বিয়াৰ শোভাযাত্ৰা, ভাল খোৱা, আৰু উমলিবলৈ এজনী ছোৱালী পোৱাৰ বাহিৰে অন্য কথা মোৰ মনলৈ বোধ কৰো অহা নাছিল। ইন্দ্রিয়ৰ পৰিতৃপ্তিৰ ভাব ইয়াৰ পাচতে হ'ল। কেনেকৈ এই ভাব বৃদ্ধি হ'ল, ইচ্ছা কৰিলে মই ক'ব পাৰিলোঁহেঁতেন। কিন্তু কেইটামান উল্লেখযোগ্য ঘটনাৰ বাহিৰে ইচ্ছা কৰিয়েই মোৰ লাজৰ কাহিনীত আঁৰ-কাপোৰ পেলালোঁ। আশা কৰোঁ পাঠকসকলে এই সম্বন্ধে জানিবৰ কৌতূহল এৰিব। কাৰণ, মই এই বিৱৰণ যি উদ্দেশ্যে লিখিছোঁ, তাৰ লগত এইকেইটা ঘটনাৰ একো সম্বন্ধ নাই।

ককাইদেউক আৰু মোক পোৰবন্দৰলৈ নিয়া হ'ল। এই নাটকৰ সূচনা স্বৰূপে যি কেইটা আমোদপ্রদ কথা আছে—গাত হালধি সনা ইত্যাদি—মই সেইবোৰ এৰিম।

মোৰ দেউতা আছিল দেৱান, কিন্তু তথাপিও তেওঁ লোকৰ চাকৰ আছিল। যদিও তেওঁ ঠাকুৰ চাহেবৰ বৰ প্ৰিয়পুত্ৰ আছিল, তথাপিও শেষ মুহূৰ্তলৈকে দেউতাক যাবলৈ তেওঁ এৰি দিয়া নাছিল আৰু যেতিয়া যাবলৈ দিলে, তেতিয়া চৰকাৰী ঘোঁৰা গাড়ী দিলে। আৰু ইয়াৰে বাট দুদিন কমালে। তথাপিও ৰাজকোটৰপৰা পোৰবন্দৰ ১২০ মাইল। গৰু গাড়ীৰে ৫ দিনৰ বাট। দেউতা তিনদিনে আহিল। কিন্তু বাটত গাড়ীৰপৰা পৰি ঘুণীয়া হৈ আহিল। তেওঁৰ আৰু আমাৰ আনন্দৰ আদখিনি ইয়াতে নষ্ট হ'ল। কিন্তু বিয়াৰ দিনতো সনাৰ নোৱাৰি, বিয়াৰ নতুন আমোদত মই দেউতাৰ দুখৰ কথা পাহৰিলোঁ।

মই বৰ পিতৃ-মাতৃভক্ত আছিলোঁ। ৰক্ত-মাংসৰ শৰীৰৰ স্বাভাৱিক বৃত্তিলৈকো মই অমনোযোগী নাছিলোঁ। পিতৃ-মাতৃৰ

সেৰাত নিজৰ সুখ বিসৰ্জন দিয়া মই তেতিয়াও শিকা নাছিলোঁ। মোৰ ইন্দ্ৰিয়-বাসনাৰ শান্তি স্বৰূপেই নেকি এটা ঘটনা ঘটিল (পাচত ক'ম)। এই ঘটনাই মোক মনত বেজাৰ দিয়ে। "বাসনাৰ ত্যাগ নহ'লে বস্তুৰ ত্যাগ ক্ষণস্থায়ী হয়। তথাপিও তুমি চেষ্টা কৰিবা" এই বুলি নিষ্কুলানন্দই গাইছে। যেতিয়া মই গানটো গাওঁ, নাইবা লোকৰ মুখত শুনো, তেতিয়াই এই ঘটনাবোৰ মনলৈ আহে আৰু মই লাজত বিমোৰ হওঁ।

দেউতাই সকলো দুখ অগ্ৰাহ্য কৰি বিয়াত সকলো আচাৰ পালিলে। তেখেতে ক'ত বহি, কেনেকৈ, কিদৰে সকলো আচাৰ পালন কৰিছিল, এতিয়াও ভাবিলে সকলো কথা মনত পৰে। তেতিয়া মই সপোনতো ভবা নাছিলোঁ যে দেউতাই সক কালত বিয়া কৰাই দিয়া মই তেখেতক এইদৰে সমালোচনা কৰিম। সেই সময়ত সকলো কথা উচিত আৰু আমোদজনক বুলি মনত হৈছিল। দেউতাই কৰা সকলো কথা ভৰ্ৎসনাৰ অতীত বুলি সেই সময়ত মোৰ মনত হৈছিল; এনে ভাব হোৱা মোৰ বেছ মনত আছে। এতিয়া মোৰ মনত পৰে, বিয়াৰ বেদীত আমি কেনেকৈ ৰহিছিলোঁ, কেনেকৈ 'সাতপদী' কৰিছিলোঁ, দৰা-কন্যাই দুজনে সিজনৰ মুখত মিঠা 'কংসৰ'* খুৱাই দিছিলোঁ আৰু কেনেকৈ আমি একেলগে থাকিব ধৰিলোঁ। উঃ সেই প্ৰথম নিশা! দুটি নিৰ্দোষী শিশুক নিজৰ অজ্ঞাতে জীৱনৰ মহাসমুদ্ৰত পেলাই দিয়া হ'ল। মোক বৌদেউৱে প্ৰথম নিশা কি কৰিব লাগিব, সকলো কথা শিকাই দিছিল, মোৰ ভাৰ্য্যাক কোনোবাই এইদৰে শিকাইছিলনে নাই মই নাজানো, এই সম্বন্ধে কেতিয়াও সোধা নাছিলোঁ; আৰু-সুধিবলৈ ইচ্ছাও নকৰোঁ, আমি দুয়োজনেই লাজকুৰীয়া আছিলোঁ। কেনেকৈ তেওঁৰ লগত কথা হ'ব লাগে আৰু কিদৰে, বৌদেউৱে

*কংসৰ-গুজৰাটৰ এবিধ খাদ্য।

দিয়া শিক্ষাই মোক অলপো সহায় নকৰিলে। এইবিলাক বিষয়ত শিক্ষাৰ প্ৰয়োজন নকৰে। পূৰ্বজীৱনৰ সাঁচবোৰেই এনেবিধৰ শিক্ষা অদৰকাৰী কৰে। আমি লাহে লাহে দুয়ো দুয়োকে জানিব পৰা আৰু কথা-বতৰা হ'ব পৰা হ'লোঁ। আমি দুজনেই সমান বয়সৰেই আছিলোঁ। কিন্তু তথাপিও মই স্বামীৰ প্ৰভুত্বৰ পদ ল'বলৈ অলপো সময় এৰি দিয়া নাছিলোঁ।

## স্বামীৰ প্ৰভুত্ব

মোৰ বিয়াৰ সময়ত দাম্পত্য প্ৰেম, বাল্য-বিবাহ, ইত্যাদি বিষয়ৰ আলোচনা থকা সৰু পুস্তিকা এপইছা নে এপাই (মোৰ মনত নাই) দামত পোৱা গৈছিল। এনেবিধৰ এখন পুস্তিকা পাই মই ইমূৰৰপৰা সিমূৰলৈ পঢ়িছিলোঁ আৰু যিটো কথা মই ভাল নাপাওঁ সেইটো পাহৰা আৰু ভাল পোৱাটো কামত খটোৱা মোৰ অভ্যাস আছিল। পত্নীলৈ যাবজ্জীৱন অনুৰক্ত থকা স্বামীৰ কৰ্তব্য বুলি এনেবিধৰ এখন পুস্তিকাত লিখা কথাবোৰে মোৰ হিয়াত চিৰদিনলৈ সাঁচ থৈ গ'ল। অৱশ্যে মই এই কম বয়সত নিজৰ তিৰোতাক পাহৰি অন্য তিৰোতাত আসক্ত হোৱাটোও অসম্ভৱ আছিল।

কিন্তু এই উপদেশৰ এটা বেয়া ফলো হৈছিলোঁ। মই মনতে ভাবিলোঁ মই এই দৰে জীয়াই থাকোঁ মানে অনুৰক্ত থাকিম বুলি প্ৰতিশ্ৰুতি দিলে, তেন্তে মোলৈ ইয়াৰ উপযুক্ত প্ৰতিশ্ৰুতি দিব লাগে। সেইবাবে এই চিন্তাই মোক সন্দিগ্ধ-চিত্ত কৰিলে। পতিব্ৰতা সতীৰদৰে মোলৈ অনুৰক্ত হোৱাটো তেওঁৰ কৰ্তব্য বুলি ভাবি তেওঁৰপৰা সৰম জোৰকৈ আদায় কৰাটো মোৰ স্বত্ব বুলি ধৰি ল'লোঁ। এই সৰম জোৰকৈ আদায়

কৰিবলৈ হ'লে, মই সতৰ্ক হৈ এই অধিকাৰ ৰক্ষা কৰিব লাগিব। ভাৰ্য্যাক সন্দেহ কৰিবলৈ কোনো কাৰণ কেতিয়াও হোৱা নাছিল। কিন্তু স্বামীৰ সন্দেহ কাৰণৰ বাবে বাট চাই নাথাকে। মই তেওঁৰ ফুৰা-চকা আৰু সকলো কথাতে সদায় চকু ৰাখিব ধৰিলোঁ আৰু মোৰ বিনা অনুমতিত অন্য কোনো ঠাইলৈ যাব নোৱাৰে বুলি হুকুম দিলোঁ। আমাৰ মাজত দন্দ্ খৰিয়ালৰ এয়ে গুটি সিঁচিলে। এই হস্তক্ষেপৰ ফল তেওঁৰ পক্ষে একৰকম কাৰাবাস আছিল আৰু এইবোৰ অন্যায় সহি থকা বিধৰ তিৰোতা কস্তুৰীবাঈ নাছিল। যেতিয়াই য'লৈ ইচ্ছা, তালৈকে যোৱাত তেওঁ দৃঢ়প্ৰতিজ্ঞা হ'ল। মই যিমানেই তেওঁৰ স্বাধীনতাত হাত দিওঁ, সিমানেই তেওঁ স্বাধীন হয় আৰু এইবাবে আমি খঙাখঙি কৰোঁ। আমাৰ ভিতৰত—বিবাহিত এই ল'ৰা-ছোৱালী হালৰ মাজত, কথা-বতৰা বন্ধ হোৱা দৈনিক ঘটনা হ'ল। মই এতিয়া ভাবোঁ যে কস্তুৰীবাঈয়ে এইদৰে স্বাধীনতা লোৱাত তেওঁ নিৰ্দোষী আছিল, সজ স্বভাৱৰ সৰলচিতীয়া ছোৱালী এজনীয়ে মন্দিৰলৈ, নাইবা ওচৰ-চুবুৰীয়াৰ ঘৰলৈ যোৱাত বাধা কেনেকৈ সহে? তেওঁক বাধা দিবলৈ মোৰ অধিকাৰ থাকিলে তেওঁৰো মোক বাধা দিবলৈ অধিকাৰ নাছিল নে? আজিহে এইবোৰ কথা স্পষ্টকৈ বুজি পাইছোঁ। কিন্তু তেতিয়া স্বামীৰ প্ৰভুত্ব ৰক্ষা কৰাটোৱেই মোৰ ভাব আছিল।

পাঠক সকলে যেন নাভাবে যে আমাৰ জীৱন সদায় এইদৰে হাই কাজিয়াতেই চলি আছিল। মই প্ৰেমৰ ভাবত হে তেওঁৰ ওপৰত হস্তক্ষেপ কৰিছিলোঁ। মই তেওঁক আদৰ্শপত্নী কৰিম বুলি ভাবিছিলোঁ। তেওঁ যাতে সজ আৰু পবিত্ৰভাৱে জীৱন নিয়াৰ পাৰে আৰু মই যি লিখা-পঢ়া শিকিছিলোঁ তাকেই শিকে,—মোৰ জীৱন আৰু চিন্তাৰ লগত তেওঁক একে কৰিবলৈ মোৰ আকাঙ্ক্ষা আছিল।

কস্তুৰীবাঈৰ মনত এনে আকাঙ্ক্ষা আছিল নে নাই, মই কব নোৱাৰোঁ, তেওঁ নিৰক্ষৰ আছিল। স্বভাৱত তেওঁ সৰল, স্বাধীন ভাবৰ

আৰু পৰিশ্ৰমী আছিল আৰু অন্ততঃ মোৰ ওচৰত হ'লে নিৰ্ভীক আছিল। তেওঁ নিজে লিখা-পঢ়া একো নজনা বুলি অধৈৰ্য্য হোৱা নাছিল আৰু মোৰ পঢ়া শুনা দেখি এনে কাৰণে তেওঁ উদগনি পোৱা বুলিও মই কব নোৱাৰোঁ। সেই বাবে মোৰ আকাঙ্ক্ষা একলীয়া আছিল। মোৰ প্ৰেম এই গৰাকী তিৰোতাত কেন্দ্ৰীভূত হৈছিল আৰু ময়ো তেওঁৰপৰা ইয়াৰেই প্ৰতিদান আশা কৰিছিলোঁ। তেওঁৰপৰা মোৰ এই ভাবৰ প্ৰতিদান নাপালেও আমাৰ জীৱন অলপো বিষময় হোৱা নাছিল, কাৰণ একালৰপৰা অন্ততঃ গভীৰ প্ৰেম আছিল।

মই তেওঁলৈ বৰ অনুৰক্ত আছিলোঁ। স্কুলতো মই তেওঁৰ কথা ভাবোঁ, ৰাতি তেওঁৰ লগত মিলনৰ কথা মোৰ মনত সদায় আহি আছিল, বিচ্ছেদ অসহ্য। মই কিছুমান অনৰ্থক কথাৰে তেওঁক নিশা বহুতলৈকে জগাই ৰাখিছিলোঁ। মোৰ এই প্ৰেমৰ বাসনাৰ লগত কৰ্তব্যলৈ একাগ্ৰতাৰ ভাব নথকা হ'লে মই বেমাৰ আৰু মৃত্যুৰ গ্ৰাসত পৰিলোঁ-হেঁতেন। কিন্তু নিৰ্দিষ্ট কামবোৰ পুৰা গধুলি কৰিবই লাগিব। আৰু ইয়াত ফাঁকি দিয়া মোৰ চিন্তাৰ অতীত আছিল। ফাঁকি দিয়াৰ অনভ্যাসেই মোক বহুতো বিপদৰপৰা ৰক্ষা কৰিলে।

মই পূৰ্বেই কৈছোঁ যে কস্তুৰীবাঈ নিৰক্ষৰা আছিল মই তেওঁক শিক্ষা দিবলৈ ব্যগ্ৰ আছিলোঁ। ইন্দ্ৰিয়াসক্তিপূৰ্ণ প্ৰেমে মোক আজৰি দিয়া নাছিল। এটা কথাৰ বাবে তেওঁৰ ইচ্ছাৰ বিৰুদ্ধেও ৰাতি লিখা-পঢ়া শিকাবলগীয়া হৈছিল। কাৰণ গুৰুজনৰ সমুখত তেওঁৰ লগত কথা হোৱা দূৰৰ কথা, দেখাদেখি হোৱাও অসাধ্য আছিল। কিছুপৰিমাণে তেতিয়া কাথিৱাৰত অপ্ৰয়োজনীয় আৰু অসভ্য অৱৰোধ প্ৰথা চলি আছিল আৰু এতিয়াও আছে। সেইবাবে পাৰিপাৰ্শ্বিক অৱস্থা অনুকূল আছিল। আমাৰ ডেকা কালত কস্তুৰীবাঈক শিক্ষা দিয়াত বহুতো পৰিমাণে মই অকৃতকাৰ্য্য হৈছিলোঁ বুলি স্বীকাৰ কৰিব লাগিব। যেতিয়া ইন্দ্ৰিয়াসক্তিপূৰ্ণ প্ৰেমৰ ভাব গুচি মোৰ অন্তৰৰ প্ৰকৃত ভাব সাৰ পাই

উঠিল, তেতিয়া ৰাজহৱা কামত মই বৰকৈ লাগিবলগীয়া হ'ল আৰু মোক এইবোৰে অলপো আঁজৰি নিদিলে। 'প্ৰাইভেট মাষ্টৰ' ৰাখি শিক্ষা দিয়াতো মই ব্যৰ্থ হলোঁ। ইয়াৰ ফলত কস্তুৰীবাঈয়ে জানিবা, আজি আখৰ লিখিব পাৰে আৰু সহজ গুজৰাটী কিতাপ বুজিবও পাৰে। আৰু মোৰ বিশ্বাস যে মোৰ প্ৰেম ইন্দ্ৰিয়াসক্তিৰ লগত সান মিহলি হৈ নথকা হ'লে তেওঁ আজি বিদুষী তিৰোতা হব পাৰিলে-হেতেন। তেওঁৰ শি ালৈ অবহেলা, তেতিয়া মই গুচাব পাৰিলোঁহেঁতেন। কাৰণ, মই জানো যে পবিত্ৰ প্ৰেমৰ কাৰণে একোৱেই অসম্ভৱ নহয়।

ইন্দ্ৰিয়-বাসনাৰ লগত মিহলি থকা প্ৰেমৰ বিপদৰপৰা ৰক্ষা কৰিব পৰা এটা কথা কোৱাৰ আগতে আনটোও কোৱাৰ যোগ্য। বহুতো ঘটনাই মোৰ মনত বিশ্বাস জন্মাইছে যে যাৰ উদ্দেশ্য পবিত্ৰ, ঈশ্বৰে তেওঁক শেষত ৰক্ষা কৰিবই। বাল্য-বিবাহৰ নিৰ্দয় নিয়মৰ লগতে হিন্দু সমাজত আৰু এটা নিয়ম আছে, যি প্ৰথমটোৰ বহুতো বেয়া দোষৰ শাম কটায়। পিতৃ-মাতৃয়ে কম বয়সীয়া দম্পতীক বহুত দিনলৈ একে লগে ৰাখাখে। কম বয়সীয়া ভাৰ্য্যাই বহুত সময় মাক-বাপেকৰ ঘৰত কটায়। আমাৰো এয়ে হৈছিল। আমাৰ বিবাহিত জীৱনৰ পাঁচ বছৰলৈকে ( ১৩ৰপৰা ১৮লৈকে ) সৰহ দিন আমি একে লগে থকা নাছিলোঁ। ছমাহ মান একে লগে থাকিলে কস্তুৰী বাঈক তেওঁৰ ঘৰৰ পৰা মাতি পঠাৱ। এই সময়ত মই এনেকথা বৰ বেয়া পাইছিলোঁ; কিন্তু এনেকথাই দুয়োকে ৰক্ষা কৰিছিল। ১৮ বছৰ বয়সত মই ইংলণ্ডলৈ গলোঁ আৰু ই আমাৰ ভিতৰত বহুত দিনলৈ বিচ্ছেদ ঘটালে। ইংলণ্ডৰপৰা উলটি অহাৰ পাচতো ছমাহতকৈ সৰহ একেলগে থাকিব পৰা নাছিলোঁ, কাৰণ ৰাজকোটৰপৰা বোম্বাইলৈ অহা-যোৱা কৰোঁতেই গৈছিল আৰু ইয়াৰ পাচত মোৰ মোহ প্ৰায় শেষ হ'ব ধৰোঁতেই দক্ষিণ আফ্ৰিকাৰ পৰা আহ্বান আহিল।

# হাইস্কুলত

মই পূৰ্বেই কৈছোঁ যে হাইস্কুলত পঢ়ি থাকোঁতেই মোৰ বিয়া হৈছিল, আমি তিনিও ককাই-ভায়ে একেখন স্কুলতে পঢ়ি আছিলো। বৰ ককায়ে মোতকৈ বহুত ওপৰত পঢ়িছিল, মোৰ লগত একে সময়তে বিয়া-হোৱা মাজু ককায়ে মোতকৈ এক শ্ৰেণী ওপৰত আছিল। আমাৰ দুয়োজনৰে এটা বছৰ ক্ষতি হোৱাই বিয়াৰ ফল হ'ল। মাজু ককাইৰ কাৰণে আৰু বেচি বেয়া ফল হ'ল, তেওঁ পঢ়া-শুনা একেবাৰেই এৰি দিলে। তেওঁৰ দৰে আৰু কিমান ডেকাৰ এনে দুৰৱস্থা হয়, সেইটো ঈশ্বৰেহে জানে। কেৱলমাত্ৰ হিন্দু সমাজতহে পঢ়া-শুনা আৰু বিয়া একেলগে হব পাৰে।

মই পঢ়া-শুনা কৰিব ধৰিলোঁ, হাইস্কুলত মই মূৰ্খ বুলি পৰিগণিত হোৱা নাছিলোঁ। মই শিক্ষকসকলৰ মৰমো পাইছিলোঁ; ল'ৰাহতৰ পঢ়া-শুনা স্বভাৱ-চৰিত্ৰ সম্বন্ধে এখন ৰিপোৰ্ট অভিভাৱক সকললৈ প্ৰতি বছৰে দিয়া হয়। বেয়া বুলি তেওঁলোকে মোৰ ওপৰত কেতিয়াও ৰিপোৰ্ট দিয়া নাছিল, আনকি ২য় ষ্টেণ্ডাৰ্ডত পৰীক্ষা উত্তীৰ্ণ হওঁতে প্ৰাইজো পাইছিলোঁ আৰু পঞ্চম আৰু ষষ্ঠ ষ্টেণ্ডাৰ্ডত ১০ টকা বৃত্তিও পাইছিলোঁ। ইয়াৰ বাবে মোৰ নিজৰ গুণতকৈ মোৰ অদৃষ্টহে বেচি পৰিমাণে দায়ী; কাৰণ বৃত্তি সকলোৰেকাৰণে নাছিল, অকল কাথিৱাৰৰ ছোৰাথবিভাগৰপৰা অহা ছাত্ৰসকলৰ ভিতৰত এটাইতকৈ শ্ৰেষ্ঠ ছাত্ৰৰ ভিতৰত আবদ্ধ আছিল। এটা শ্ৰেণীত চল্লিছ, পঞ্চাছ জন ছাত্ৰৰ ভিতৰত ছোৰাথৰ সৰহ ল'ৰা সেই সময়ত নাছিল। মোৰ মনত আছে যে মোৰ নিজৰ শক্তিৰ ওপৰত মোৰ সিমান বিশ্বাস নাছিল। প্ৰাইজ বৃত্তি আদি পালে মই নিজেই আচৰিত হৈছিলোঁ। কিন্তু বৰ সাৱধানেৰে সৈতে মোৰ নিজৰ চৰিত্ৰ ৰক্ষা কৰি আছিলোঁ। অলপ বেয়াতেই মোৰ চকুৰপৰা পানী ওলায়। মোৰ নিজৰ দোষ

হ'লে, নাইবা শিক্ষকে মোৰ দোষ হৈছে বুলি ভাবি, মোক খং কৰাটো মোৰ পক্ষে অসহ্য আছিল; এবাৰ বেতেৰে কোবোৱা মোৰ মনত আছে, মই তাৰ যোগ্য কামেই কৰিছিলোঁ। মই বৰকৈ কান্দিব ধৰিলোঁ। দ্বিতীয় কি তৃতীয় ষ্টেণ্ডাৰ্ডত থাকোঁতে আৰু এনে এটা ঘটনা ঘটিছিল। দোৰাজী এডুলজি জিমি তেতিয়া হেডমাষ্টৰ আছিল। তেওঁ ল'ৰাহঁতৰ বৰ প্ৰিয় আছিল; তেওঁ নিয়ম পালনলৈ বৰকৈ চকু ৰাখিছিল, তেওঁ বৰ সজ চৰিত্ৰৰ মানুহ আছিল। ক্ৰিকেট খেলা আৰু শাৰীৰিক ব্যায়াম উচচ শ্ৰেণীত তেওঁ বাধ্যতামূলক কৰিছিল, এই দুয়োটাই মই ভাল পোৱা নাছিলোঁ। এইবোৰ বাধ্যতামূলক কৰিবৰ পূৰ্বে ক্ৰিকেট ফুটবল আদিত যোগ দিয়া নাছিলোঁ। মই লাজকুৰীয়া হোৱা বাবেই এইদৰে আঁতৰি আছিলোঁ। মোৰ এইটো ভুল হৈছিল বুলি এতিয়াহে মই বুজি পাইছোঁ। মোৰ তেতিয়া এটা ভুল ধাৰণা আছিল যে শাৰীৰিক ব্যায়ামৰ লগত শিক্ষাৰ একো সম্বন্ধ নাই। আজিহে মই বুজিব পাৰিছোঁ যে মানসিক বিকাশৰ কাৰণে নিৰ্দিষ্ট পাঠৰ লগত শাৰীৰিক ব্যায়ামবো দিহা কৰিব লাগিব। মই এটা কথা কব পাৰোঁ যে শাৰীৰিক ব্যায়াম নকৰা বাবে মোৰ বিশেষ একো ক্ষতি হোৱা নাছিল। মই কিতাপত পঢ়িছিলোঁ যে মুকলি বতাহত ফুৰিলে উপকাৰ হয়, আৰু এই উপদেশ ভাল পাই ফুৰা অভ্যাস কৰিলোঁ আৰু এই অভ্যাস মোৰ এতিয়াও আছে। এইদৰে ফুৰা বাবে মোৰ শৰীৰ বেছ আটিল হৈছিল।

মোৰ পিতাদেউক সেৱা-শুশ্ৰূষা কৰিবলৈ মোৰ একান্ত ইচ্ছা হোৱা বাবেই শাৰীৰিক ব্যায়াম বেয়া পোৱাৰ কাৰণ আছিল। স্কুল ছুটি হোৱা মাত্ৰে মই ঘৰলৈ গৈয়েই পিতাদেউক শুশ্ৰূষা কৰিবলৈ বহিমগৈ। মোৰ পক্ষে বাধ্যতামূলক ব্যায়ামৰ নিয়ম পিতাদেউক শুশ্ৰূষা কৰাৰ অন্তৰায় আছিল। পিতৃসেৱাৰ বাবে মোক ইয়াৰ পৰা এৰি দিবলৈ মই মিঃ জিমিক খাটিলোঁ, কিন্তু তেওঁ মোৰ কথালৈ

কাণ নিদিয়ে। এদিন শনিবাৰে পুৱা স্কুল হওঁতে আবেলি ৪ বজাত মই ঘৰৰপৰা শাৰীৰিক ব্যায়ামৰ বাবে যাবলগীয়া হ'ল। মোৰ ঘড়ী নাছিল, বতৰ ডাৱৰীয়া হোৱাত সময় কিমান হ'ল ক'ব নোৱাৰিলোঁ। স্কুল পোৱাৰ পূৰ্বতে ল'ৰাহঁতৰ ছুটি হ'ল। তাৰ পিচদিনা মিঃ গিমিয়ে ৰেজিষ্টাৰ চাই মোক অনুপস্থিত বুলি আঁচ দিলে আৰু মোৰ অনুপস্থিতিৰ কাৰণ সোধাত সকলো কথা মই কলোঁ, কিন্তু তেওঁ বিশ্বাস নকৰিলে। আৰু দুঅনা নে তিনি অনা (মোৰ মনত নাই) জৰিমনা কৰিলে। মিছা কথাৰ বাবে দণ্ড! মোক এই কথাষাৰে বৰ বেজাৰ দিলে। মোৰ নিৰ্দোষিতা কেনেকৈ প্ৰতিপন্ন কৰিম, কোনো উপায় নাছিল। বেজাৰত মই কান্দিব ধৰিলোঁ। সত্যবাদী মানুহ বৰ সাৱধানো হ'ব লাগে বুলি তেতিয়া বুজিলোঁ। অসাৱধান হোৱাৰ এয়ে প্ৰথম আৰু শেষ দৃষ্টান্ত। মোৰ অলপ মনত পৰে যে জৰিমনাৰপৰা শেহত সাৰিছিলোঁ।

মোৰ পিতাদেৱে সেই সময়ত মোক তেওঁৰ দৰকাৰ বুলি হেড-মাষ্টাৰলৈ লিখাত শাৰীৰিক ব্যায়ামৰপৰাও এৰা পৰিছিলোঁ; যদিও ব্যায়াম অৱহেলা কৰাত মোৰ অলপো বেয়া হোৱা নাছিল, তথাপি আৰু এটা কথা অৱহেলা কৰাত মই এতিয়াও প্ৰায়শ্চিত্ত কৰিবলগীয়া হৈছে। ক'ত কেনেকৈ মোৰ ধাৰণা হ'ল যে হস্তলিপি ভাল কৰা শিক্ষাৰ এটা অঙ্গ নহয়। এই ধাৰণা বিলাতলৈ যোৱালৈকে আছিল। দক্ষিণ আফ্ৰিকাত শিক্ষা-পোৱা বহুতো ডেকা উকীলৰ সুন্দৰ হাতৰ আখৰ দেখি মোৰ নিজৰ বৰ লাজ লাগিছিল আৰু নিজৰ অৱহেলাৰ বাবে অনুতপ্ত হৈছিলোঁ। হাতৰ আখৰ বেয়া হ'লে শিক্ষা সম্পূৰ্ণ হোৱা নাই বুলি ধৰিব লাগে। নিজৰ হাতৰ আখৰৰ উন্নতি কৰিবলৈ পাচত বৰ চেষ্টা কৰিছিলোঁ কিন্তু তেতিয়া বৰ পলম হ'ল। সৰুতে কৰা অৱহেলাৰ এতিয়া আৰু ক্ষতিপূৰণ মই কৰিব নোৱাৰোঁ। প্ৰত্যেক মুনিহ আৰু তিৰোতাই মোৰ দৃষ্টান্তৰপৰা শিকি লওক যে

ভাল হাতৰ আখৰ শিক্ষাৰ এটা ডাঙৰ অঙ্গ। এতিয়া মোৰ বিশ্বাস হৈছে, ল'ৰা-ছোৱালীহঁতক পোনতে চিত্ৰ আঁকিবলৈ শিকোৱা উচিত। তাৰ পাচতহে হাতৰ আখৰ লিখিবলৈ শিকোৱা দৰকাৰ। সৰু ল'ৰা-ছোৱালীয়ে চৰাই আদি বাহিৰা বস্তু দেখি আঁকিবলৈ পোনতে শিকা দৰকাৰ, তাৰ পাচতহে এইবোৰ শিকিলে হাতৰ আখৰ লিখি-বলৈ শিক্ষা কৰা উচিত। তেতিয়া তেওঁ সুন্দৰ আখৰ লিখিব পাৰিব।

স্কুলৰ আৰু উল্লেখযোগ্য স্মৃতি আছে। বিয়াৰ বাবে এটা বছৰ মোৰ ক্ষতি হ'ল। শিক্ষকে মোক ডবল প্ৰমোচন দি এটা শ্ৰেণী উঠাই দিবলৈ স্থিৰ কৰিলে। পৰিশ্ৰমী ছাত্ৰসকলকহে এই সুবিধা দিয়া হৈছিল। তৃতীয় ষ্টেণ্ডাৰ্ডত মই দুমাহমানহে আছিলোঁ। গৰমৰ বন্ধৰ পাচত পৰীক্ষা কৰি চতুৰ্থ ষ্টেণ্ডাৰ্ডলৈ মোক প্ৰমোচন দিয়া হ'ব। চতুৰ্থ ষ্টেণ্ডাৰ্ডৰপৰা ইংৰাজী ভাষাৰ জৰীয়তে শিক্ষা দিয়া হৈছিল। মই অথাই সাগৰত পৰাদি পৰিলোঁ। জ্যামিতিত মই অলপো চোকা নাছিলোঁ, এই বিষয়টো ইংৰাজীৰে শিকোৱাত মোৰ পক্ষে আৰু টান হ'ল। শিক্ষকজনে এইটো বিষয় বৰ ভালকৈ শিকাইছিল, কিন্তু মই তথাপিও বুজিব পৰা নাছিলোঁ। মাজে সময়ে মই নিৰাশ হৈ পৰোঁ। আৰু দুবছৰৰ শিক্ষা একে লগে কৰাৰ আকাঙ্ক্ষা এৰি দি পুনৰায় তৃতীয় ষ্টেণ্ডাৰ্ডলৈ যোৱাৰ কথাও ভাবিছিলোঁ। কিন্তু তেনে কৰিলে মোৰ অপমান হব, কাৰণ শিক্ষকজনে মোৰ ওপৰত বিশ্বাস কৰিহে প্ৰমোচন দিছিল, মোৰ পক্ষে এনে কাম দুগুণ অপমান; এই দুগুণ অপমানৰ ভয়ত মই এনে ভাব এৰি পেলালোঁ। যিয়েই হওক, পৰিশ্ৰম কৰি ইউক্লিডৰ ত্ৰয়োদশ প্ৰতিজ্ঞা পাওঁতে হঠাতেই এই বিষয়টো উজু বুলি মোৰ ওচৰত প্ৰকাশিত হ'ল। যিটো বিষয়ত এজনৰ বুদ্ধিৰ ব্যৱহাৰহে লাগে সেই বিষয় কেতিয়াও টান হ'ব নোৱাৰে। তেতিয়াৰেপৰা জ্যামিতি মৰ উজু হৈ পৰিল।

সংস্কৃত কিন্তু বৰ টান পাইছিলোঁ। জ্যামিতিত একো মুখস্থ কৰিব-লগীয়া নাই; কিন্তু মোৰ মনত হৈছিল যে সংস্কৃতত সকলো কথা মুখস্থ ৰাখিব লাগে। চতুৰ্থ শ্ৰেণীৰপৰাই এই বিষয়ৰ শিক্ষা আৰম্ভ হৈছিল।

শিক্ষকজন বৰ কটা আছিল, ল'ৰাহঁতক শিক্ষা দিবলৈ বৰকৈ ব্যগ্ৰ আছিল বুলি মোৰ মনত হৈছিল। সংস্কৃতৰ শিক্ষক আৰু ফাৰ্ছী শিক্ষকৰ লগত এটা অৰিয়া-অৰিৰ ভাব আছিল। ফাৰ্ছী শিক্ষকজন ধীৰ প্ৰকৃতিৰ আছিল। ফাৰ্ছী বৰ উজু বিষয় আৰু শিক্ষকজনাবো ল'ৰাহঁতলৈ মৰম আছে, ইত্যাদি কথা ল'ৰাহঁতৰ মাজত কোৱা-মেলা হৈছিল। উজু বুলি শুনাত মই এদিন ফাৰ্ছী ক্লাছলৈ গ'লোঁ। সংস্কৃতৰ শিক্ষক জনে বৰ বেজাৰ পালে আৰু মোক মাতি নি ক'লে—'তুমি যে এজন বৈষ্ণৱৰ পুতেক, এই কথাষাৰ পাহৰিব পাৰা কেনেকৈ? তুমি নিজৰ ধৰ্মৰ ভাষা নিশিকিবানে? তুমি কিবা টান পালে মোৰ ওচৰলৈ নাহা কিয়? মই তোমালোকক যথাসাধ্য শিক্ষা দিবলৈ চেষ্টা কৰোঁ। তুমি যিমানেই এই বিষয় পঢ়িবা, সিমানেই ইয়াত বৰ আমোদৰ কথা পাবা। তুমি নিৰাশ নহবা, তুমি আহি পুনৰ সংস্কৃত ক্লাছত বহাহি।' মই ইয়াত লাজ পালোঁ। শিক্ষকৰ মৌলৈ এই মৰম মই অৱহেলা কৰিব নোৱাৰোঁ। আজি শঙ্কৰ পাণ্ডেক মই কৃতজ্ঞতাৰে সৈতে স্মৰণ কৰোঁ।

সেই সময়ত অলপ সংস্কৃত শিক্ষা নকৰা হ'লে এতিয়া আমাৰ ধৰ্ম শাস্ত্ৰবিলাক পঢ়িবলৈ বৰ টান পালোঁহেঁতেন। প্ৰকৃততে সংস্কৃতত গভীৰ জ্ঞান নোহোৱা বাবে মোৰ অনুতাপ হয়, আৰু মই পাচতহে ভাবিছিলোঁ যে, কোনো হিন্দু লৰা-ছোৱালী সংস্কৃতত ভাল শিক্ষা নোহোৱাকৈ থকা অনুচিত।

মই এতিয়া ভাবোঁ যে উচচ শিক্ষাৰ বাবে নিৰ্দ্ধাৰিত পাঠ্যৰ ভিতৰত মাতৃভাষাৰ লগত হিন্দী, সংস্কৃত, ফাৰ্ছী, আৰবী আৰু ইংৰাজী

ভাষাৰ শিক্ষাও থাকিব লাগে। এই ডাঙৰ তালিকাখনত ভয় খাবৰ একো নাই। আমাৰ শিক্ষা প্ৰণালীবদ্ধ হ'লে ল'ৰাইঁতে বিদেশী ভাষাৰ মাজেদি সকলো কথা শিকাৰ বোজাৰপৰা ৰক্ষা পৰিব। মোৰ বিশ্বাস যে এইবোৰ ভাষা শিকা একো টান নহয়, বৰঞ্চ এটা আমোদৰ বিষয়হে হব; এটা ভাষা বৈজ্ঞানিক প্ৰণালীৰে শিকিলে অন্য ভাষা শিকাত উজু হৈ পৰে। সচাকৈয়ে হিন্দী, গুজৰাটী আৰু সংস্কৃত এটা ভাষা আৰু ফাৰ্চী, আৰবী আন এটা ভাষা বুলি ধৰিব পাৰি। যদিও ফাৰ্চী ভাষা আৰ্য্য, আৰু আৰবী ভাষা 'ছেমিটিক' পৰিয়ালৰ, তথাপিও এই দুয়োটা ভাষাৰ মাজত বৰ ঘনিষ্ঠ সম্পৰ্ক আছে। এই দুয়োটা ভাষাই একে কাৰণত উন্নত হৈছে—অৰ্থাৎ ইছলামৰ অভ্যুদয়। উৰ্দ্দুক মই এটা সুকীয়া ভাষা বুলি নাভাবোঁ। কাৰণ, তাৰ ব্যাকৰণখন হিন্দীৰ দৰেই। কেৱলমাত্ৰ আৰবী আৰু ফাৰ্চীৰপৰা সৰহকৈ শব্দ অনা হৈছে। যিদৰে গুজৰাটি, হিন্দী, বঙালী নাইবা মাৰাঠী ভাষা ভালকৈ শিকিবলৈ হ'লে সংস্কৃত শিকিব লাগে, সেইদৰে উৰ্দু ভালকৈ শিকিবলৈ হ'লে ফাৰ্চী আৰু আৰবী ভালকৈ শিকিব লাগে।

## জীৱনৰ শোক লগা ঘটনা

### (ক)

মই আগেয়ে কৈ আহিছোঁ যে হাইস্কুলত মোৰ অন্তৰঙ্গ বন্ধু কম আছিল। অন্তৰঙ্গ বুলিব পৰা বন্ধু মুঠতে দুজনহে আছিল আৰু সিও বেলেগ সময়ত। ইয়াৰ ভিতৰত এজনৰ লগত বন্ধুত্ব সৰহ

দিনলৈ থকা নাছিল যদিও, তেওঁক মই কেতিয়াও এৰা নাছিলোঁ। মই সিজনৰ লগত বন্ধুতা কৰা বাবে তেওঁ মোক এৰিছিল। এই শেহৰ বন্ধুতাটো মই মোৰ জীৱনৰ শোক লগা ঘটনা বুলিহে ভাবোঁ। এই বন্ধুতা বহুত দিনলৈ আছিল। মই এই বন্ধুতা সংস্কাৰকৰ ভাবতহে পাতিছিলোঁ। এই বন্ধুজন আগেয়ে মোৰ ককাইদেৱৰ বন্ধু আছিল। আৰু দুয়ো একে শ্ৰেণীতে পঢ়িছিল। মই তেওঁৰ দোষবোৰ জানিছিলোঁ, কিন্তু তেওঁক বিশ্বাসী বন্ধু বুলি ভাবিছিলোঁ। মই কু-সঙ্গত পৰিছোঁ বুলি আই, ককাইদেউ আৰু ভাৰ্য্যাই সাৱধান কৰি দিছিল। মই এনেকুৱা অহঙ্কাৰী স্বামী আছিলোঁ যে ভাৰ্য্যাৰ সাৱধানতাৰ কথাত কাণ নিদিছিলোঁ। অৱশ্যে মই আইৰ বিৰুদ্ধে যাবলৈ সাহ কৰা নাছিলোঁ; ককাইদেৱকো সন্মান কৰিছিলোঁ, আৰু বাধ্যও আছিলোঁ। মই তেওঁলোকৰ লগত এই বুলি তৰ্ক কৰিছিলোঁ—"মই জানো যে আপোনাসকলে কোৱা দোষবিলাক তেওঁৰ গাত আছে, কিন্তু আপোনাসকলে তেওঁৰ গুণবিলাকো জানে। তেওঁ মোক অবাটে নিব নোৱাৰে; কাৰণ, তেওঁক ভালৰ ফাললৈ আনিবলৈকেহে মই তেওঁৰ সঙ্গ লৈছোঁ। যদি তেওঁ ভালৰ ফাললৈ আহে, তেনেহলে তেওঁ এজন বঢ়িয়া মানুহ হ'ব বুলি মই জানো। মই আপোনাসকলক নিবেদন কৰিছোঁ আপোনাসকল যেন মোৰ কাৰণে চিন্তিত নহয়।" তেওঁলোক ইয়াতে সন্তুষ্ট হৈছিল বুলি মই নাভাবোঁ; কিন্তু তেওঁলোকে মোৰ কথাকে শুনিলে আৰু মোক মোৰ মতেৰে যাবলৈ দিলে।

মই এতিয়া ভাবিছোঁ যে তেতিয়া মোৰ ধাৰণা ভুল হৈছিল। সংস্কাৰকে অগাধ পানীত বুৰ দিবলৈ যোৱাটো উচিত নহয়। তেওঁ যাক সংস্কাৰ কৰিব খোজে, তাৰ লগত ঘনিষ্ঠতা ৰাখিব নোৱাৰে। প্ৰকৃত বন্ধুতা আত্মাৰ একতা, কিন্তু সি সংসাৰত দুষ্প্ৰাপ্য। একে স্বভাৱৰ মাজতহে বন্ধুতা ভাল ৰকমৰ আৰু বেচিদিনীয়া হ'ব পাৰে।

বন্ধুতাৰে পৰস্পৰৰ মাজত প্ৰতিক্ৰিয়া হয় আৰু সেই কাৰণে তাত সংস্কাৰৰ ঠাই নাইকীয়া হৈ পৰে। মোৰ মতেৰে সকলো প্ৰকাৰৰ ঘনিষ্ঠতাই বৰ্জন কৰিবলগীয়া; কাৰণ, মানুহে গুণতকৈ দোষ হে সহজে গ্ৰহণ কৰে আৰু যিসকলে ঈশ্বৰৰ লগত বন্ধুতা পাতিব খোজে, তেওঁলোকে একেবাৰে অকলশৰীয়াকৈয়ে থাকিব লাগে, নাইবা গোটেই পৃথিৱীকে বন্ধু কৰি লব লাগে। মোৰ ভুল হ'ব পাৰে, কিন্তু মই ঘনিষ্ঠ বন্ধুতা পতাত অকৃতকাৰ্য্য হৈছিলোঁ।

মই যেতিয়া এই বন্ধুজনক লগ পাইছিলোঁ, তেতিয়া ৰাজকোটত এটা সংস্কাৰৰ ঢৌ উঠিছিল। তেওঁ মোৰ আগত কৈছিল যে আমাৰ বহুত শিক্ষকে গোপনে মাংস আৰু মদ খায়। ৰাজকোটৰ আৰু বহুত জনাশুনা মানুহ সেই দলভুক্ত বুলি তেওঁ কৈছিল। তাৰ ভিতৰত কিছুমান হাইস্কুলৰ ল'ৰাও আছিল বুলি তেওঁ কৈছিল। মই বৰ আচৰিত আৰু দুখিত হৈছিলোঁ। মই তেওঁক ইয়াৰ কাৰণ সোধাত তেওঁ এই বুলি ক'লে "আমি মাংস নাখাওঁ কাৰণে দুৰ্বল। ইংৰাজে মাংস খায় বুলিহে আমাক শাসন কৰিছে। তুমি জানা মই কিমান কষ্ট সহিব পাৰোঁ আৰু কিমান বেগাই লৰিব পাৰোঁ, তাৰ কাৰণ হৈছে যে মই মাংস খাওঁ। মাংস-খাওঁতাবিলাকৰ ফোহা আদি নহয় আৰু হ'লেও সোনকালে ভাল হয়। আমাৰ শিক্ষক আৰু আন আন যি জনা-শুনা মানুহে মাংস খায় তেওঁলোকতো মূৰ্খ নহয়। তেওঁলোকে ইয়াৰ গুণ বুজে; তুমিও তেনে কাম কৰা উচিত আৰু এবাৰ খাই চোৱাতো একো দোষ নাই। এবাৰ খাই চোৱা, তেতিয়া বুজিবা যে ই কিমান বল দিয়ে।" একে দিনাই এই আটাইবিলাক যুক্তি দিয়া হোৱা নাছিল। বন্ধুজনে বহুতদিন ধৰি মাজে মাজে যি দীঘলীয়া যুক্তি মোৰ আগত দি আহিছিল, তাৰেই সাৰাংশহে মাথোন। ককাইদেউৰ আগতেই এইখিনি নৈতিক পতন হৈছিল আৰু সেই কাৰণেই তেওঁ এই বন্ধুজনৰ যুক্তি সমৰ্থন কৰিছিল। আমনো

ককাইদেউ আৰু এই বন্ধুজনৰ আগত মোক দুৰ্বল শৰীৰৰ যেন দেখা গৈছিল, তেওঁলোক দুয়ো মোতকৈ বলৱান, কষ্ট-সহিষ্ণু আৰু সাহসী আছিল। এই বন্ধুজনৰ কাৰ্য্যত মই মন্ত্ৰমুগ্ধৰ দৰে আছিলোঁ। তেওঁ বহুত দূৰ বৰ বেগাই লৰিব পাৰিছিল। তেওঁ ওখ দীঘল, জাপত বৰ পাকৈত আছিল আৰু যি প্ৰকাৰৰ শাৰীৰিক দণ্ডই নহওক, সহিব পাৰিছিল। তেওঁ প্ৰায়েই মোৰ আগত তেওঁৰ কাৰ্য্য-বিলাক দেখুৱাইছিল। মানুহে নিজৰ গাত নথকা গুণবিলাক লোকৰ গাত দেখিলে মোহিত হয়, আৰু ময়ো তেওঁৰ এনে কাৰ্য্য-বিলাকত মোহিত হৈছিলোঁ। তাৰ ফলত তেওঁৰ নিচিনা হবলৈ এটা প্ৰবল ইচ্ছা জন্মিল। মই কাচিংহে জপিয়াব বা লৰিব পাৰিছিলোঁ। এই বন্ধুজনৰ নিচিনা ময়ো কিয় বলী হব নোৱাৰিম?

আনফালে, আকৌ মই ভয়াতুৰো আছিলোঁ। চোৰ, ভূত-পিশাচ আৰু সাপলৈ মোৰ সদায় ভয় আছিল আৰু সেই কাৰণে মই ৰাতি ঘৰৰপৰা বাহিৰলৈ ওলাবলৈ সাহ নকৰিছিলোঁ। আন্ধাৰত মই ভয় খাইছিলোঁ। আন্ধাৰত শোৱা মোৰ পক্ষে অসম্ভৱ আছিল কাৰণ মই মনতে ভাবিছিলোঁ যে এফালৰপৰা ভূত-পিশাচ, আনফালৰপৰা চোৰ, নাইবা আন এফালৰপৰা সাপ আহিছে। সেই কাৰণে মই চাকি নোহোৱাকৈ ৰাতি শুব নোৱাৰিছিলোঁ। যৌৱনৰ দুৱাৰ দলিত থিয় দি মোৰ কাষত শুই থকা ভাৰ্য্যাক মোৰ ভয়ৰ কথা কেনেকৈ প্ৰকাশ কৰোঁ? তেওঁৰ মোতকৈ বেচি সাহ থকা বুলি মই জানিছিলোঁ আৰু সেইবাবে মই লাজ পাইছিলোঁ। তেওঁৰ সাপ বা ভূত-পিশাচলৈ ভয় নাছিল। তেওঁ আন্ধাৰত য'লৈ ত'লৈ যাব পাৰিছিল। বন্ধু-জনে মোৰ এইবিলাক দুৰ্বলতাৰ কথা জানিছিল। তেওঁ মোৰ আগত কৈছিল যে তেওঁ জীয়া সাপ হাতেৰে ধৰিব পাৰে, চোৰক তুচ্ছ জ্ঞান কৰে, আৰু ভূত-পিশাচতো বিশ্বাস নকৰে আৰু এই আটাই-বিলাকেই মাংস খোৱাৰ ফল। সেই সময়ত আমাৰ স্কুলীয়া ল'ৰাৰ

মাজত নৰ্মদাৰ এটা ফকৰাৰ বৰ প্ৰচলন আছিল। এই ফকৰাটোৰ তাৎপৰ্য্য হৈছে এই :—

'চোৱা হেৰা পৰাক্ৰমী ইংৰাজক চোৱা
এই ক্ষুদ্ৰ 'নেটিভক' কৰিছে শাসন।
মাংসাহাৰী কাৰণেই মাংসৰ ফলত
ওখইয়ো তেওঁলোক পাঁচ হাতমান॥"

এইবিলাকৰ প্ৰকৃত প্ৰভাৱ মোৰ ওপৰত পৰিল। মই পৰাজিত হ'লোঁ; লাহে লাহে মোৰ মনত এনেকুৱা ভাব জন্মিব ধৰিলে যে মাংস খোৱা ভাল, এয়েই মোক বল আৰু সাহ দিব আৰু যদি গোটেই দেশেই মাংস খাবলৈ ধৰে, তেনেহ'লে ইংৰাজক পৰাজয় কৰিব পৰা যাব।

সেই কাৰণে মাংস খোৱা আৰম্ভ কৰিবলৈ এটা দিন ঠিক কৰা হ'ল। এই নতুন সংস্কাৰ আৰম্ভ কৰিবলৈ কিয় এটা দিন ঠিক কৰিব লগীয়া হৈছিল, সেইটো হয়তো বহুতে বুজিবলৈ টান পাব। গান্ধী-পৰিয়াল বৈষ্ণৱ আছিল। বিশেষতঃ পিতৃ-মাতৃ পৰম বৈষ্ণৱ আছিল। তেওঁলোকে প্ৰায়েই 'হাভেলী' (প্ৰধান বৈষ্ণৱ মন্দিৰ) দৰ্শন কৰিবলৈ গৈছিল। আনকি, আমাৰ পৰিয়ালৰ নিজৰ মন্দিৰো আছিল। জৈন-ধৰ্মও গুজৰাটত প্ৰবল আৰু ইয়াৰ প্ৰভাৱ সকলো সময়তে আৰু সকল ঠাইতে পোৱা যায়। গুজৰাটৰ জৈন আৰু বৈষ্ণৱ-সকলৰ মাজত মাংস খোৱাৰ ৰীতিলৈ যিদৰে বিৰাগ আৰু ঘৃণা দেখা যায়, ভাৰতবৰ্ষৰ আন কোনো ঠাইত সেইদৰে দেখা পোৱা নাযায়। এইবিলাকৰ সংস্কাৰ আৰু ৰীতি-নীতিৰ মাজত মোৰ জন্ম হৈছিল। এইবিলাকৰ মাজতেই মই ডাঙৰ হৈছিলোঁ। মই আই-বোপাইৰ বৰ ভক্ত আছিলোঁ। মই জানিছিলোঁ যে যি মুহূৰ্ত্ততে তেওঁলোকে মই মাংস খোৱাৰ কথা জানিব সেই মুহূৰ্ত্ততে তেওঁলোক মৰাৰ দৰে হব। মই জ্ঞাত বা অজ্ঞাতসাৰে সত্যৰ সেৱকো

আছিলোঁ। মই মাংস খাব ধৰিলে দেউতাইঁতক প্ৰতাৰণা কৰিব লাগিব বুলি তেতিয়া জনা নাছিলোঁ বুলি কব নোৱাৰোঁ। কিন্তু মোৰ মন এই নতুন সংস্কাৰৰ ফালে ঢাল খালে ; ই কেৱল জিভাক সোৱাদ লগোৱা কথাই নাছিল। ইয়াৰ কিবা বিশেষ ৰকমৰ ভাল সোৱাদ আছিল বুলি মই জনা নাছিলোঁ। মই কেৱল বলী আৰু সাহিয়াল হ'বলৈ বিচাৰিছিলোঁ আৰু লগে লগে মোৰ দেশবাসী সকলো তেনেকুৱা হোৱাটো বিচাৰিছিলোঁ, যাতে ইংৰাজক পৰাজয় কৰি ভাৰতক স্বাধীন কৰিব পাৰোঁ। 'স্বৰাজ' শব্দটো অৱশ্যে তেতিয়ালৈকে শুনা নাছিলোঁ। কিন্তু এই সংস্কাৰৰ বায়ুৱে মোক অন্ধ কৰিলে আৰু মই সম্পূৰ্ণৰূপে নিজক পাহৰি গলোঁ।

## জীৱনৰ শোক লগা ঘটনা

### ( খ )

অৱশেষত সেইদিন আহিল। মোৰ মনৰ অৱস্থা সম্পূৰ্ণৰূপে বৰ্ণনা কৰা টান। এফালে সংস্কাৰকৰ উৎসাহ আৰু জীৱনত এটা আৱশ্যকীয় পৰিবৰ্তন ঘটোৱাৰ নতুনত্ব আৰু আনফালে সেই কাম চোৰৰ নিচিনাকৈ কৰি তাক লুকুৱাৰ লাজ। ইয়াৰ ভিতৰত কিহে মোক টানি নিছিল মই ক'ব নোৱাৰোঁ। আমি নৈৰ দাঁতিত এডোখৰ নিৰ্জন ঠাই বিচাৰি ললোঁ আৰু জীৱনত পোন প্ৰথমে মই মাংস দেখোঁ। তাত ৰুটিবালাৰ ৰুটিও আছিল। কিন্তু মই কোনোটোৱে সোৱাদ পোৱা নাছিলোঁ। মাংস ছালৰ নিচিনা টান যেন লাগিল।

মই যে কেৱল খাবকে নোৱাৰিলোঁ এনে নহয়, লগে লগে অসুস্থ বোধ কৰি খোৱা এৰিবলৈও বাধ্য হ'লোঁ।

ইয়াৰ পাচত ৰাতিটো বৰ বেয়া ৰকমে গ'ল। মোৰ গোটেই ৰাতি টোপনি নাহিল, নানাৰকম সপোন দেখিলোঁ—মই কেতিয়াবা দেখোঁ যেন মোৰ ভিতৰত জীয়া ছাগলী এজনীয়ে করুণ ভাবেৰে বেবাব লাগিছে আৰু তাৰ পিচত যেন মই অনুতপ্ত হৈ চঁক খাই উঠোঁ; কিন্তু তেতিয়াই আকৌ মনত পৰে যে মাংস খোৱা এটা কৰ্তব্য; এই-দৰে মই মনত প্ৰবোধ দিওঁ। মোৰ বন্ধুজন সহজে পৰাজিত হোৱা বিধৰ মানুহ নাছিল। তেওঁ তেতিয়া মাংসৰ নানাবিধ আঞ্জা ৰান্ধিবলৈ আৰু পৰিষ্কাৰকৈ বাঢ়ি দিবলৈ ধৰিলে। আগৰ সেই নৈৰ পাঁতিৰ নিৰ্জন ঠাইৰ সলনি এটা চৰকাৰী ঘৰৰ ভাৰা খোটালী এটাত খোৱা ঠাইৰ দিহা হ'ল। চকী-মেজ ইত্যাদিৰে জকমকীয়া কৰি থোৱা হ'ল। মোৰ বন্ধুজনে তাত থকা বেহেৰাবিলাকৰে সৈতে এই-বিলাকৰ বন্দবস্ত কৰিলে; এই প্ৰলোভনৰ ফলো ধৰিলে। মোৰ ৰুটিৰ প্ৰতি বিৰাগ গুচিল, ছাগলীৰ প্ৰতি দয়া নকৰোঁ বুলি শপত খালোঁ আৰু মাংসেৰে ৰন্ধা আঞ্জাত সোৱাদ পোৱা হ'লোঁ, যদিও মাংসত সোৱাদ পোৱা নাছিলোঁ। এইদৰে প্ৰায় এবছৰমান গ'ল। এই বছৰত মুঠতে প্ৰায় ছটামানহে মাংসৰ ভোজ খোৱা হৈছিল। কাৰণ উক্ত জকমকীয়া চৰকাৰী ঘৰটো সদায় পোৱা নগৈছিল আৰু তেনেকুৱা সোৱাদ লগা মাংসৰ খৰচাদি সোনকালে-সোনকালে আনি যোগাৰ কৰাও টান আছিল। এই সংস্কাৰৰ খৰচ যোগাবলৈ মোৰ ধন নাছিল, সেই কাৰণে মোৰ বন্ধুজনেই সদায় তাৰ উপায় কৰিব লগীয়া হৈছিল আৰু তাৰ উপায় তেওঁ ক'ত কৰিছিল মই কেতিয়াও জনা নাছিলোঁ; কিন্তু যেনেকৈ হওক, তেওঁ তাৰ উপায় কৰিছিল, কাৰণ মোক মাংস-ভোজী কৰিবলৈ তেওঁ দৃঢ়প্ৰতিজ্ঞ। তেওঁৰ উপায়ো অৱশ্যে সীমাবদ্ধ আছিল; সেই গতিকে বাধ্য হৈ এই

ভোজবিলাকো কমাই পাতিব লগীয়া হৈছিল।

যেতিয়া মই চুৰ কৰি পতা এইবিলাক ভোজ খাওঁ, তেতিয়া অৱশ্যে ঘৰত খোৱা অসম্ভৱ হয়। আয়ে স্বভাৱতে মোক খাবলৈ মাতে আৰু মই খাবলৈ নোযোৱাৰ কাৰণো সোধে। মই তেওঁক কওঁ, "আজি মোৰ ভোক নাই, পেটৰ অলপ অসুখ হৈছে।" এই-বিলাক ফাঁকি দিওঁতে মোৰ যে অলপো অনুতাপ হোৱা নাছিল, এনে নহয়। মই জানিছিলোঁ যে মই মিছা কথা কৈছোঁ আৰু তাকো আইৰ আগত। এইটোও জানিছিলোঁ যে যদি আই আৰু দেউতাই মই মাংসভোজী হোৱা বুলি জানে, তেনেহ'লে তেওঁলোকে মনত বৰ দুখ পাব আৰু এই কথাবোৰেই মোক মৰ্মাহত কৰিছিল।

মই নিজকে নিজে এইদৰে প্ৰবোধ দিছিলোঁ—মাংস খোৱা আৰু দেশত আহাৰৰ সংস্কাৰ কৰা আৱশ্যকীয়। কিন্তু আই-বোপা-ইক ফাঁকি দিয়া আৰু মিছা কথা কোৱা মাংস নোখোৱাতকৈও বেয়া। তেওঁলোক জীয়াই থকা কালত অৱশ্যে মাংস খোৱা অসম্ভৱ। তেওঁলোক মৰাৰ পাচত যেতিয়া স্বাধীন হম, তেতিয়া মই দেখা-দেখিকৈ মাংস খাম আৰু সেই সময় উপস্থিত নোহোৱালৈকে মাংস নোখোৱাকৈ থাকিম। মোৰ এই সিদ্ধান্ত মই বন্ধুজনৰ আগত কলোঁ আৰু তেতিয়াৰপৰা মই আৰু মাংস খোৱা নাই। আই আৰু দেউতাই দুজন পুতেক যে মাংসভোজী হৈছে, সেই কথা কেতিয়াও জনা নাছিল।

তেওঁলোকৰ আগত মিছা কথা লুকোৱাৰ ভয়তহে মই মাংস খাবলৈ এৰিলোঁ। কিন্তু মই বন্ধুজনৰ সঙ্গ এৰা নাছিলোঁ। সংস্কাৰৰ উৎসাহেই মোৰ এই পতনৰ কাৰণ হৈছিল আৰু আনকি সেই বিষয় মই গমকে পোৱা নাছিলোঁ।

এই বন্ধুজনৰ সঙ্গত পৰি আন এটা কথাত বিপথলৈ যাব

ধৰিছিলোঁ, যি হওক কোনোমতে মই ৰক্ষা পৰিলোঁ। সেই বন্ধুজনে এবাৰ মোক বেশ্যালয়লৈকো লৈ গৈছিল। তেওঁ মোক আৱশ্যকীয় উপদেশ দি তাত সুমাই দিলে। টকা পইছাও দি সকলো ঠিক-ঠাক কৰি থোৱা আছিল। মই পাপৰ অতলস্পর্শী গহ্বৰত পৰিছিলোঁ কিন্তু এনেতে ঈশ্বৰৰ মোলৈ অসীম কৰুণা হ'ল, মই ৰক্ষা পৰিলোঁ। পাপৰ দুৱাৰডলিত ভৰি দি মই কণা আৰু বোবাৰ দৰে হোৱা দি হ'লোঁ। বিছনাত তেওঁৰ ওচৰত মই বহিলোঁ কিন্তু মুখৰ মাত হৰিল, স্বভাৱতে তেওঁৰ ধৈৰ্য্যচ্যুতি ঘটিল; মোক গালি পাৰি আৰু ঠাট্টা কৰি দুৱাৰ মুখলৈ উলিয়াই দিলে। মই যেতিয়া বুজিলোঁ যে মোৰ পুৰুষত্বৰ ওপৰত আঘাত পৰিছে, তেতিয়া লাজতে মোৰ মাটিৰ তলত লুকাবলৈ ইচ্ছা হ'ল। তেতিয়া ৰক্ষা কৰাৰ বাবে মই সদায় ঈশ্বৰক ধন্যবাদ দি আহিছোঁ।

মোৰ জীৱনত এনেকুৱা আৰু চাৰিটা ঘটনাৰ কথা মোৰ মনত পৰে আৰু সেই আটাইবিলাকতেই নিজৰ চেষ্টাতকৈ সৌভাগ্যৰ বলতহে মই ৰক্ষা পৰিছিলোঁ। সম্পূর্ণ নৈতিক দৃষ্টিৰে চালে এই-বিলাক ঘটনাক নৈতিক পতন বুলিব পাৰি, কাৰণ তাত ইন্দ্ৰিয়-সেৱাৰ ইচ্ছা আছিল আৰু ইচ্ছা কাৰ্য্যৰ সৈতে একেই। কিন্তু সাধাৰণতে যি মানুহে আচলতে পাপ কাৰ্য্য কৰাৰপৰা ৰক্ষা পৰে, তেওঁকেই ৰক্ষা পৰা বোলা যায়।ময়ো এনেকুৱা অৰ্থতহে ৰক্ষা পৰিছিলোঁ। কিছুমান কাম আছে, যিবিলাকৰপৰা অপ্ৰত্যাশিত-ভাৱে ৰক্ষাপৰা যায়। মানুহে বিবেক ওলোটাই পালে ৰক্ষা পৰাৰ বাবে ঈশ্বৰৰ কৰুণাৰ শলাগ লয়। আমি জানো যে বিদৰে মানুহে যথাসাধ্য প্ৰতিৰোধ কৰিও প্ৰায়েই প্ৰলোভনৰ বশবৰ্ত্তী হয়, সেইদৰে সৌভাগ্যয়েই মানুহক নিজৰ অনিচ্ছা সত্ত্বেও প্ৰায় ৰক্ষা কৰে। এইবিলাক কেনেকৈ ঘটে, মানুহ কিমান স্বাধীন আৰু কিমান দূৰ ঘটনাৰ দাস, মানুহৰ স্বাধীন ইচ্ছাই কিমানলৈ আৰু অদৃষ্টই কিমানলৈ

কাম কৰে—এই এটাইবিলাকেই ৰহস্য আৰু এইবিলাক সদায় ৰহস্য হৈয়েই থাকিব।

কিন্তু আকৌ আচল ঘটনাৰ কথা কওঁ। আনকি ইমানতো বন্ধুজনৰ সঙ্গদোষৰ বিষয়ে মোৰ চকু গজা নাছিল। সেই কাৰণে ভবিষ্যতলৈ আৰু বহুত বিপদ মোৰ কাৰণে বাট চাই আছিল। অৱশেষত তেওঁৰ পতনৰ কিছুমান চাক্ষুষ প্ৰমাণ বৰ অপ্ৰত্যাশিত-ভাৱে দেখিহে মোৰ সচাকৈ চকু গজিল। কিন্তু সেইবিলাকৰ বিষয়ে পিচতহে কম, কাৰণ ঘটনাবিলাক ক্ৰমানুয়েহে বৰ্ণনা কৰি আহিছোঁ।

যি হওক, এইখিনিতে এটা ঘটনাৰ কথা উল্লেখ কৰিম, কাৰণ এই ঘটনা এই সময়ৰে। এই বন্ধুজনৰ সঙ্গই ভাৰ্য্যাৰ লগত অনৈক্য হোৱাৰ এটা কাৰণ। মই অনুৰক্ত অথচ সন্দিগ্ধচিত্তৰ স্বামী আছিলোঁ। এই বন্ধুজনেই ভাৰ্য্যাৰ সম্বন্ধে মোৰ মনত বহুতো সন্দেহ জগাই দিছিল। মই বন্ধুজনৰ সত্যপৰায়ণতাত কেতিয়াও সন্দেহ কৰিব নোৱাৰিছিলোঁ আৰু তেওঁৰ কথামতে কাম কৰি ভাৰ্য্যাক মনোকষ্ট দি যি দোষ কৰি আহিছিলোঁ, সেই দোষৰ বাবে মই নিজক কেতিয়াও ক্ষমা কৰিব পৰা নাই। কেৱল হিন্দু তিৰোতাইহে এইবিলাক কষ্ট সহি থাকে আৰু সেই কাৰণেই মই তিৰোতাক সহিষ্ণুতাৰ অৱতাৰ বুলি ভাবো। মিছাতে সন্দেহ কৰিলে চাকৰে তাৰ কাম এৰি দি গুচি যাব পাৰে, পুতেকে তেওঁৰ বাপেকৰ ঘৰ এৰিব পাৰে আৰু বন্ধুৱে বন্ধুতা এৰিব পাৰে। তিৰোতাই স্বামীক সন্দেহ কৰিলেও মনে মনে থাকিব, কিন্তু স্বামীয়ে তিৰোতাক সন্দেহ কৰিলে তিৰুতাৰ সৰ্বনাশ। তেওঁ ক'লৈ যাব? হিন্দু তিৰোতাই আদালতৰ সহায় লৈ স্বামীক ত্যাগ কৰিব নোৱাৰে। আইনে তেওঁৰ কাৰণে প্ৰতি-কাৰৰ একো ব্যৱস্থা কৰা নাই। আৰু মই কস্তুৰীবাঈৰ মনত এনে এটা নৈৰাশ্যৰ সৃষ্টি কৰিছিলোঁ যে সেই দোষ মই কেতিয়াও পাহৰিব নোৱাৰোঁ। নাইবা নিজক কেতিয়াও ক্ষমা কৰিব নোৱাৰোঁ।

যেতিয়া সকলো প্ৰকাৰে অহিংসাৰ মৰ্ম মই বুজি পালোঁ, তেতিয়াহে মোৰ সন্দেহৰ শিপা সমূলি উঘালি পেলাব পাৰিলোঁ, তেতিয়াহে মই ব্ৰহ্মচৰ্য্যৰ মাহাত্ম্য বুজি পালোঁ ; আৰু ভাৰ্য্যা স্বামীৰ কিনা গোলাম নহয়, বৰঞ্চ তাৰ সলনি তেওঁৰ জীৱনৰ লগৰীয়া আৰু সুখ-দুখৰ সমভাগী আৰু নিজৰ বাট নিজে বাছি লবলৈ তেওঁৰো স্বামীৰ সমগত সমান স্বাধীনতা আছে বুলি বুজিলোঁ। যেতিয়াই মই সেই সন্দেহৰ দিনৰ কথা ভাৱো, তেতিয়াই মোৰ নিজৰ মূৰ্খালি আৰু ইন্দ্ৰিয়-সেৱা-পূৰ্ণ নিষ্ঠুৰতালৈ ঘিণ ওপজে আৰু বন্ধুজনলৈ মোৰ অন্ধ আসক্তিৰ বাবে অনুতাপ হয়।

# চুৰি আৰু প্ৰায়শ্চিত্ত

মাংস খোৱা সময়ৰ আৰু তাৰ আগৰ কেইটামান নৈতিক পতনৰ ঘটনা এতিয়াও কবলৈ বাকী আছে। সেইবিলাক বিয়াৰ অলপ আগেয়ে কি পিচতে ঘটিছিল।

এজন দূৰ সম্পৰ্কীয় আত্মীয় আৰু মই দুয়ো ধপাত হুপিবলৈ ভাল পাইছিলোঁ। কিন্তু আমাৰ ধন নাছিল। খোৱা-খোৱাত যে কিবা উপকাৰ আছে আমি ভবা নাছিলোঁ, নাইবা ছিগাৰেটৰ গোন্ধলৈও আমাৰ বাপ জন্মা নাছিল। আমি কেৱল মুখৰপৰা ধোঁৱা উলিয়াই দিয়াতহে একৰকম সুখ অনুভৱ কৰিছিলোঁ। মোৰ খুড়াদেৱৰ সেই অভ্যাস আছিল, তেওঁক ধোঁৱা খোৱা দেখি আমিও তেওঁক অনুকৰণ কৰিব লাগে বুলি ভাবিলোঁ। কিন্তু আমাৰ যে সম্বল একো নাছিল। সেই কাৰণে আমি তেওঁ খাই পেলাই দিয়া ছিগাৰেটৰ টুকুৰা চুৰ কৰি খাবলৈ ধৰিলোঁ।

কিন্তু সেই টুকুৰাবোৰ সদায় পোৱা নগৈছিল আৰু পালেও তাৰে বেচি ধোঁৱা উলিয়াব নোৱাৰি। সেইবাবে আমি চাকৰৰ জেপৰপৰা পইছা চুৰ কৰি তাৰেই ছিগাৰেট কিনাৰ দিহা কৰি লৈছিলোঁ। কিন্তু তাৰ পিচত প্ৰশ্ন হ'ল, আমি সেইবিলাক ক'ত থম। আমি অৱশ্যে ডাঙৰৰ আগত ধোঁৱা খাব নোৱাৰিছিলোঁ। আমি এনেকৈ পইছা চুৰ কৰিয়েই কেইসপ্তাহমান চলালোঁ, এনেতে আমি শুনিলোঁ যে কিবা এবিধ গছৰ ঠাৰিৰে ছিগাৰেট কৰি খাব পাৰি। তেতিয়া আমি সেই গছৰ ঠাৰি আনি তাৰেই ধোৱা খাবলৈ ধৰিলোঁ।

কিন্তু ইমানতে আমি সন্তুষ্ট থাকিব নোৱাৰিলোঁ। স্বাধীনতাৰ অভাৱে আমাক হুলে বিন্ধাদি বিন্ধিলে। ডাঙৰৰ অনুমতি নোহোৱাকৈ একো কৰিব নোৱাৰাটো আমাৰ পক্ষে অসহনীয় হ'ল আৰু বিৰক্ত হৈ আমি আত্মহত্যা কৰিবলৈ থিৰ কৰিলোঁ।

কিন্তু এই কাম কেনেকৈ কৰোঁ আৰু বিহ ক'ত পাওঁ? আমি শুনিছিলোঁ যে ধুতুৰাৰ গুটি এবিধ ভাল বিহ। তৎক্ষণাৎ আমি হাবিলৈ গৈ ধুতুৰা গুটি বিচাৰি আনিলোঁ। গধূলিয়েই সুবিধাৰ সময় বুলি ভবা হ'ল। আমি কেদাৰজীৰ মন্দিৰলৈ গৈ তাৰ বন্তিত ঘিউ দি দৰ্শন কৰিলোঁ আৰু পাচত নিৰ্জন ঠাই এডোখৰ বিচাৰিলোঁ। কিন্তু আমাৰ আত্মহত্যা কৰিবলৈ সাহ নহ'ল। আমি ভাবিলোঁ, "যদি আমি তৎক্ষণাৎ নমৰোঁ? স্বাধীনতাৰ অভাৱ সহ্য কৰিয়েই নাথাকোঁ কিয়?" যি হ'ক আমি দুটা কি তিনিটামান গুটি খাই তাতকৈ বেচি খাবলৈ সাহ নহ'ল। আমি দুয়ো আত্মহত্যাৰ সঙ্কল্প এৰি সান্ত্বনা লভিবলৈ ৰামজীৰ মন্দিৰলৈ যোৱা থিৰ কৰিলোঁ।

মই বুজিলোঁ যে আত্মহত্যাৰ কথা ভাবিবলৈ যিমান সহজ, কাৰ্য্যত কৰা সিমান সহজ নহয়। মই ইয়াকো কওঁ যে কেতিয়াবা কোনোবাই আত্মহত্যা কৰোঁ বুলি ভয় দেখুৱালে তাত ভয় নাখাওঁ।

আত্মহত্যাৰ সঙ্কল্পৰ ফল এয়ে হ'ল যে অৱশেষত আমি দুয়ো চিগাৰেটৰ টুকুৰা খোৱা আৰু চিগাৰেট খাবলৈ চাকৰৰ পইচা চুৰ কৰা অভ্যাস এৰিলোঁ।

মই ডাঙৰ হোৱাৰেপৰা ধোঁৱা খাবলৈ ইচ্ছা কৰা নাই আৰু ধোঁৱা খোৱা স্বভাৱটো লেতেৰা, অসভ্য আৰু অপকাৰী বুলি সদায় ভাবোঁ। ধোঁৱা খাবলৈ গোটেই পৃথিৱীতে যে কিয় এনে হেঁপাহ মই বুজিব পৰা নাই। ধোঁৱা-খোৱা মানুহেৰে ভৰি থকা গাড়ীত মই যাবলৈকে টান পাওঁ আৰু গ'লেও ডিঙিত চৰ্চৰণি খাওঁ।

কিন্তু ইয়াৰ অলপ দিনৰ পাচত এই চুৰতকৈও গুৰুতৰ দোষত মই দোষী হৈছিলোঁ। ১২ কি ১৩ বছৰ বয়সত, সম্ভৱতঃ তাতোকৈ কম বয়সত, এই দোষ কৰিছিলোঁ। আন দোষটো ১৫ বছৰ বয়সত কৰিছিলোঁ। মই মোৰ মাংস-খোৱা ভাতৃৰ হাতত থকা খাৰু ডালৰপৰা সোণ অলপ চুৰ কৰিছিলোঁ। এওঁৰ ২৫ টকাৰ ঋণ হৈছিল। এওঁৰ হাতত গোট সোণৰ খাৰু এডাল আছিল। ইয়াৰপৰা সামান্য এডোখৰ চিকুটি লোৱা টান কাম নাছিল। ইয়াৰে ঋাৰ শোধ হ'ল। কিন্তু মোৰ পক্ষে ই বৰ ভয়ানক কথা হ'ল। ভৱিষ্যতলৈ চুৰ নকৰিবলৈ মই দৃঢ়প্ৰতিজ্ঞা কৰিলোঁ। দেউতাৰ ওচৰত এই কথাষাৰ কোৱাও মই স্থিৰ কৰিলোঁ। কিন্তু ক'বলৈ মোৰ সাহ নহ'ল। দেউতাই মোক মাৰিব বুলি ভয় কৰা নাছিলোঁ। তেওঁ কেতিয়াও মোক মৰিওৱা মনত নপৰে। এই কথাষাৰে তেওঁৰ মনত বেজাৰ দিব বুলি মোৰ বৰ ভয় হৈছিল। কিন্তু মই ভাবিলোঁ সকলো বিপদ মূৰ পাতি লৈ স্বীকাৰ নকৰিলে দোষ কেতিয়াও স্খলন নহয়। শেহত সকলো কথা লিখি দেউতাক জনোৱা আৰু ক্ষমা প্ৰাৰ্থনা কৰা স্থিৰ কৰিলোঁ। এডোখৰ কাকতত লিখি নিজেই দেউতাৰ হাতত দিলোঁগৈ। তাত অকল দোষ স্বীকাৰেই কৰা নাছিলোঁ; ইয়াৰ বাবে উচিত শাস্তিও বিচাৰিছিলোঁ। দোষৰ

বাবে শাস্তি দিবলৈ অনুৰোধ কৰি ভবিষ্যতলৈ চুৰ নকৰোঁ বুলিও প্ৰতিশ্ৰুতি দিলোঁ।

দেউতাক চিঠিখন দিব ধৰোঁতে মোৰ গোটেই গা কঁপি আছিল। দেউতা তেতিয়া অৰ্শৰোগত শয্যাগত আছিল। এখন তক্তাৰ ওপৰতেই দেউতাৰ বিছনা হৈছিল। মই চিঠিখন দি ভৰি-পথানৰ কালে বহিলোঁ। চিঠিখন পঢ়ি তেওঁৰ চকুলো বব ধৰিলে। চকুলোৰে কাকতখন তিতিল। এক মিনিটমান কিবা ভাবি চকু জপালে আৰু শেহত কাকতখন টুকুৰা টুকুৰি কৰি ফালি পেলালে। চিঠি পঢ়িবলৈ শুই থকাৰপৰা বহিছিল দেখি পুনৰ বিছনাত শুই পৰিল। ময়ো উচুপি উচুপি কান্দিব ধৰিলোঁ। দেউতাই মনত যে কি বেজাৰ পাইছে সেইটো মই বুজি পালোঁ। মই চিত্ৰকৰ হোৱা হ'লে গোটেই দৃশ্যটো ছবিৰে আঁকি দেখুৱালোঁহেঁতেন; মোৰ স্মৃতিত সেই দৃশ্যটো এতিয়াও জলজল পটপট হৈ অঁকা আছে।

মৰমৰ এই চকুলো কেইধাৰে মোৰ হিয়া চাফ কৰি পাপ ধুই পেলালে। যাৰ এনে মৰমৰ অভিজ্ঞতা আছে, তেৱেঁই অকল এই মৰম কি বস্তু তাক ক'ব পাৰিব। "মৰমৰ শৰে যাক বিন্ধিছে তেওঁহে মৰমৰ শক্তি জানে।"

অহিংসাৰ শিক্ষা মই ইয়াতেই পালোঁ। পিতৃৰ মৰমৰ বাজে অইন একো তেতিয়া বুজা নাছিলোঁ; কিন্তু আজি এই কথাষাৰকে মই অহিংসা বুলি বুজিছোঁ। অহিংসা যেতিয়া বিশ্বজনীন হয়, তেতিয়াই সকলো বস্তুকে স্পৰ্শমাত্ৰেই শুদ্ধ কৰে। ইয়াৰ শক্তিৰ সীমা নাই। এনেবিধৰ ক্ষমাশীলতা দেউতাৰ পক্ষে স্বাভাৱিক নাছিল। মই ভাবিছিলোঁ দেউতাৰ খং উঠিব, মোক বৰকৈ গালি শপনি পাৰিব, নাইবা কপাল ভুকুৱাব। কিন্তু তেওঁ বৰ আচৰিত-ধৰণে শান্ত হৈ থাকিল। মোৰ বিশ্বাস যে মুকলি মনেৰে স্বীকাৰ

কৰাতহে তেওঁৰ এনে ভাব হ'ল। এনে বিধৰ স্বীকাৰোক্তিৰ লগত পূৰ্বলৈ আৰু এনে কাম নকৰোঁ বুলি প্ৰতিশ্ৰুতি আৰু এনে এজন লোকৰ সমুখত স্বীকাৰোক্তি—অনুতাপৰ এয়েই বিশুদ্ধ স্বৰূপ। মই ভাবোঁ যে মোৰ স্বীকাৰোক্তিয়ে পিতৃৰ মনত মোৰ সম্বন্ধে নিৰাপদ হ'বলৈ ভাব জন্মালে আৰু এয়েই মোলৈ তেওঁৰ মৰম চেনেহ বঢ়ালে।

## পিতৃ-বিয়োগ আৰু মোৰ লাজৰ কাহিনী

মই এতিয়া যি সময়ৰ কথা কম সেই সময়ত মোৰ বয়স ষোল আছিল। মই আগেয়ে কৈ আহিছোঁ যে দেউতা ভগন্দৰ ৰোগত শয্যাগত আছিল। আই আৰু ময়েই তেওঁৰ প্ৰধান শুশ্ৰূষাকাৰী আছিলোঁ। দেউতাৰ ঘা ধুই-পখালি ঔষধ দিয়া আৰু ঔষধ তৈয়াৰ কৰিব লাগিলে ঘৰত তৈয়াৰ কৰাও মোৰ কাম আছিল। মই সদায় ৰাতি তেখেতৰ ভৰি পিটিকি দিছিলোঁ আৰু তেখেতে যাবলৈ দিলেহে, নাইবা তেখেতৰ টোপনি আহিলেহে শুবলৈ গৈছিলোঁ। মই এনেকৈ শুশ্ৰূষা কৰিবলৈ ভাল পাইছিলোঁ আৰু এই বিষয়ে কেতিয়াও অৱহেলা কৰা মোৰ মনত নপৰে। দৈনিক কৰ্তব্য কাম কৰি মই যি সময় পাইছিলোঁ, সেইখিনি সময় স্কুলত আৰু দেউতাৰ শুশ্ৰূষাত কটাইছিলোঁ। দেউতাই যাবলৈ দিলেহে নাইবা গা ভাল পালেহে মই কেতিয়াবা গধূলি ফুৰিবলৈ গৈছিলোঁ।

এই সময়তে মোৰ ভাৰ্য্যাৰ সন্তান হ'বৰ সময় হৈছিল। এইবাৰে মই দুগুণে লাজ পাইছিলোঁ। কাৰণ, প্ৰথমতে মই পাঠ্যাবস্থাত সংযমী হোৱা উচিত আছিল, কিন্তু মই হোৱা নাছিলোঁ। দ্বিতীয়তে যদিও সৰুকালৰেপৰা শ্ৰৱণেই মোৰ আদৰ্শ আছিল, তথাপিও ইন্দ্ৰিয় সেৱাৰ

ইচ্ছাই ছাত্ৰৰ কৰ্তব্য পচালৈ আৰু তাতোকৈ ডাঙৰ কৰ্তব্য পিতৃ-মাতৃৰ প্ৰতি ভক্তিলৈ মোক বিমুখ কৰাইছিল। যদিও ৰাতি হাতেৰে সদায় দেউতাৰ ভৰি পিটিকি থাকোঁ, কিন্তু মোৰ মনটো শোৱা-খোটালীৰ চাৰিওকালে ঘূৰি ফুৰে আৰু এনেকুৱা সময়ত—যি সময়ত, কি ধৰ্ম, কি স্বাস্থ্য বিজ্ঞান, কি সাধাৰণ বুদ্ধি, সকলো মতে স্ত্ৰী-সহবাস নিষিদ্ধ। মই কৰ্তব্যৰপৰা অৱসৰ পালে সদায় আনন্দ পাওঁ; দেউতাক সেৱা কৰি পোনে পোনে শোৱা খোটালীলৈ খোজ লওঁ।

ইফালে দেউতাৰ অৱস্থা দিনক দিনে বেয়া হৈ যাবলৈ ধৰিলে। আয়ুৰ্বেদীয় কবিৰাজ, হেকিম আৰু স্থানীয় বৈদ্যই যথাশক্তি ঔষধ দি আছিল। এজন ইংৰাজ ডাক্তৰেও চাইছিল। তেওঁ অস্ত্ৰ কৰাটোকে শেষ আৰু একমাত্ৰ উপায় বুলি ক'লে, কিন্তু আমাৰ পৰিয়ালৰ ঘৰুৱা চিকিৎসকজনে ইয়াত বাধা দিলে। তেওঁ ক'লে যে দেউতাৰ নিচিনা বয়সিয়াল অৱস্থাত অস্ত্ৰ কৰাত তেওঁ মত দিব নোৱাৰে। তেওঁ জনা শুনা আৰু খ্যাতনামা চিকিৎসক আছিল, সেইবাবে তেওঁৰ পৰামৰ্শই বাহাল থাকিল। অস্ত্ৰ কৰাৰ ভাব এৰা হ'ল আৰু সেই কাৰণে কিনা বহুতো ঔষধ অথলে গ'ল। চিকিৎসকজনে অস্ত্ৰ কৰিবলৈ অনুমতি দিয়া হ'লে বেমাৰ সহজে আৰোগ্য হ'লহেঁতেন বুলি মই এতিয়া ভাবোঁ। আৰু সেই সময়ত বোম্বাইত জনা-শুনা এজন চিকিৎসকৰ হতুৱাইহে অস্ত্ৰ কৰোৱা হ'লহেঁতেন। কিন্তু ঈশ্বৰৰ ইচ্ছা অন্যৰূপ আছিল। মৃত্যু যেতিয়া আসন্ন, তেতিয়া কোনে উপযুক্ত প্ৰতিকাৰৰ কথা ভাবিব পাৰে? অস্ত্ৰ কৰাৰ সকলো সাজ-সৰঞ্জাম লৈ দেউতা বোম্বাইৰপৰা উভতি আহিল। আৰু জীয়াই থকাৰ আশা তেখেতে এৰি দিলে। তেখেত দিনক দিনে ইমান দুৰ্বল হবলৈ ধৰিলে যে অৱশেষত বিছনাতে শৌচ-প্ৰস্ৰাৱ কৰিবলৈ তেখেতক অনুৰোধ কৰা হ'ল। কিন্তু শেহলৈকে তেখেত ইয়াত ৰাজি হোৱা নাছিল আৰু সদায় বিছনা এৰি বাহিৰলৈ গৈ আছিল।

বৈষ্ণৱসকলৰ বাহ্যিক শুদ্ধিৰ নিয়ম ইমানেই কঠোৰ। এনেকুৱা শুদ্ধি যে আৱশ্যক তাত কোনো সংশয় নাই, কিন্তু পাশ্চাত্য চিকিৎসা-বিজ্ঞানে আমাক শিকাইছে যে শৌচ, প্ৰস্ৰাৱ আদি, আনকি, স্নানো সম্পূৰ্ণ নিৰ্মলতা ৰক্ষা কৰি আৰু বেমাৰীৰ কোনো প্ৰকাৰৰ অসুবিধা নোহোৱাকৈও আৰু বিছনাও সম্পূৰ্ণৰূপে পৰিষ্কাৰকৈ ৰাখি বিছনাতে কৰিব পাৰি। মই এনেকুৱা নিৰ্মলতা বৈষ্ণৱ ধৰ্মৰ বিৰোধী নহয় বুলি ভাবোঁ। কিন্তু শৌচ, প্ৰস্ৰাৱ আদি কৰিবলৈ বাহিৰলৈ যাবলৈ দেউতাৰ জেদ দেখি সেই সময়ত তেখেতলৈ মোৰ শ্ৰদ্ধাহে জন্মিছিল।

অৱশেষত সেই ভীষণ ৰাতি উপস্থিত হ'লহি। খুড়াদেউ তেতিয়া ৰাজকোটতেই আছিল। মোৰ অলপ মনত আছে যে তেওঁ দেউতাৰ অৱস্থা বেয়া হোৱা খবৰ পাইহে ৰাজকোটলৈ আহি-ছিল। ভায়েক-ককায়েক দুয়ো দুয়োৰো প্ৰতি বৰ আসক্ত আছিল। খুড়াদেৱে গোটেই দিনটো দেউতাৰ বিছনাৰ কাষত বহি আছিল আৰু ৰাতিও সকলোকে শুবলৈ পঠিয়াই নিজে দেউতাৰ বিছনাৰ কাষত শুলে। যদিও সেইদিনা বেমাৰ টানেই হৈছিল, তথাপিও কোনেও সপোনতো ভবা নাছিল যে সেই ৰাতিটোৱেই সাংঘাতিক হব।

ঠিক ১০॥ কি ১১ বজালৈকে মই দেউতাৰ ভৰি পিটিকি আছিলোঁ। এনেতে খুড়াদেৱে মোক সলনি দিয়াত মই ভাল পালোঁ আৰু পোনে পোনেই শোৱা-খোটালীলৈ গ'লোঁ। বেচেৰী ঘৈণীৰ তেতিয়া গভীৰ নিদ্ৰা। কিন্তু মই তাত থাকোঁতে তেওঁ কেনেকৈ শুব? মই তেওঁক জগালোঁ। তাৰ ৫।৭ মিনিটমানৰ পাচত চাকৰে দুৱাৰত খুন্দিয়ালেহি; মই চঁক খাই উঠিলোঁ। সি ক'লে, "উঠক, বাপুৰ বেমাৰ টান হৈছে।" মই অৱশ্যে জানিছিলোঁ যে তেওঁৰ বেমাৰ বৰ টান। আৰু সেই সময়ত 'বৰ টান' হোৱাৰ অৰ্থ কি তাকে মই অনুমান কৰিলোঁ। মই বিছনাৰপৰা জাঁপ মাৰি

উঠি ক'লোঁ, "কি হৈছে কোৱা ?" "বাপু আৰু নাই।" সি উত্তৰ দিলে।

তেনেহ'লে সকলো শেষ। মই কিংকৰ্তব্য-বিমূঢ় হ'লোঁ আৰু মনতে বৰ লাজ পালোঁ। মই দেউতাৰ খোটালীলৈ লৰি গ'লোঁ। বুজিলোঁ যে মই কামান্ধ নোহোৱা হ'লে শেষ মুহূৰ্তত দেউতাৰ কাষৰ-পৰা আঁতৰি নাহিলোঁহেঁতেন। মই তেওঁৰ ভৰি পিটিকি থাকোঁতে মোৰ হাততেই তেওঁৰ শেষ নিশ্বাস অনন্তত লীন হ'লহেঁতেন। কিন্তু এতিয়া খুড়াদেৱেই সেই সন্মান লাভ কৰিলে। তেওঁৰ ককায়েকৰ প্ৰতি ইমান মৰম আছিল যে শেষ শুশ্ৰূষা কৰাৰ সন্মানো তেওঁ লাভ কৰিবলৈ পালে। দেউতাই শেষ মুহূৰ্ত আহি পাইছে বুজি কাকত-পেন্সিল লাগে বুলি ইঙ্গিত কৰিছিল আৰু কাকত পেন্সিল দিয়াত লিখিছিল, "অন্ত্যেষ্টি ক্ৰিয়াৰ নিমিত্তে সাজু হোৱা।" তাৰ পিচত তেওঁ হাতৰপৰা কবচ আৰু গলৰপৰা সোণৰ জপৰ মালা ছিঙি দলিয়াই পেলালে। ইয়াৰ পিচ মুহূৰ্ততে তেওঁৰ অন্তিম কাল উপস্থিত হ'ল।

ইয়াৰ আগৰ এটা অধ্যায়ত মই যি লাজৰ কথা কৈছিলোঁ, সেইটো হৈছে এয়ে যে সঙ্কটজনক অৱস্থাত—যেতিয়া মই সম্পূৰ্ণতে পিতৃ-সেৱাত মন নিয়োগ কৰা উচিত আছিল, তেতিয়াও মোৰ ইন্দ্ৰিয় সেৱাৰ ইচ্ছা হৈছিল ; এই কলঙ্ক মই কেতিয়াও গুচাব, নাইবা পাহৰিব নোৱাৰোঁ। যদিও মোৰ পিতৃ-মাতৃৰ প্ৰতি ভক্তি অসীম আছিল আৰু তাৰ কাৰণে সকলোকে পৰিত্যাগ কৰিবও পাৰিছিলোঁ, তথাপিও মোৰ মন কামৰ বশীভূত আছিল ; মোৰ এই দোষ অমাৰ্জনীয় বুলি মই সদায় ভাবি আহিছোঁ। সেই কাৰণে মই নিজক সদায় ইন্দ্ৰিয়-পৰায়ণ, অথচ একমাত্ৰ নিজৰ তিৰোতাত অনুৰক্ত স্বামী বুলি ভাবি আহিছোঁ। কাম-ভাবৰ এই দাসত্ব শৃঙ্খলৰপৰা মুক্ত হবলৈ মোৰ বহুত দিন লাগিছিল আৰু ইয়াক পৰাজয় কৰাৰ

আগতে বহুতো অগ্নি-পৰীক্ষাত উত্তীৰ্ণ হব লগীয়াত পৰিছিলোঁ।

মোৰ লাজৰ এই অধ্যায় শেষ কৰাৰ আগেয়ে মই উল্লেখ কৰোঁ। যে মোৰ ভাৰ্য্যাৰ যিকণ সন্তান জন্মিছিল, সি মুঠে তিনি কি চাৰি দিন মানহে জীয়াই আছিল। অৱশ্যে ইয়াতকৈ বেচি আশা কৰিবও নোৱাৰি। সকলো পিতৃ-মাতৃ আৰু দম্পতী যেন মোৰ দৃষ্টান্তৰপৰা সাৱধান হয়।

## ধৰ্ম-জীৱনত ভুমুকি

৬ বছৰ কি ৭ বছৰৰপৰা ১৩ বছৰলৈকে মই স্কুলত আছিলোঁ; স্কুলত ধৰ্মৰ বাহিৰে সকলো শিক্ষা দিয়া হৈছিল। শিক্ষক সকলৰ বিনা চেষ্টাত তেওঁলোকৰপৰা মই একেবাৰেই শিক্ষা লব পৰা নাছিলোঁ। তথাপিও মই মোৰ চাৰিওকাষৰপৰা বহুতো কথা শিকিছিলোঁ। 'ধৰ্ম' এই কথাষাৰ বৰ বহল ভাবতহে মই ব্যৱহাৰ কৰিছোঁ। এই কথাষাৰত মই "আত্মজ্ঞান" নাইবা "আত্ম-উপলব্ধি" বুজি পাওঁ।

বৈষ্ণৱ পৰিয়ালত উপজি 'হাবেলী' বোলা বৈষ্ণৱ মন্দিৰলৈ মোৰ প্ৰায়েই যাব লগীয়া হৈছিল। কিন্তু মই এই মন্দিৰ কেতিয়াও ৰবকৈ ভাল পোৱা নাছিলোঁ। ইয়াৰ জাক-জমকতাত মই কেতিয়াও ভোল যোৱা নাছিলোঁ। এই মন্দিৰত বহুতো অসৎ কাম হয় বুলি মই বাহিৰত শুনিবলৈ পাইছিলোঁ। মুঠতে হাবেলী মন্দিৰৰপৰা ধৰ্ম সম্পৰ্কে মই বিশেষ একো শিক্ষা পোৱা নাছিলোঁ।

কিন্তু মই যিবোৰ শিক্ষা তাত পোৱা নাছিলোঁ, সেইবোৰ শিক্ষা আমাৰ পৰিয়ালত বহুত দিনলৈকে কাম কৰা এগৰাকী বুঢ়ী ধাইৰ

পৰা পাইছিলোঁ। মোলৈ তাইৰ মৰম মই পাহৰিব নোৱাৰোঁ। ভূত-পিশাচলৈ মোৰ বৰ ভয় বুলি মই পূৰ্বেই কৈছোঁ। ধাই জনীৰ নাম ৰম্ভা—তাই ভূতৰ ভয় গুচাবলৈ মোক ৰাম নাম জপ কৰিবলৈ কৈছিল। ৰাম নামতকৈ তাইৰ ওপৰতেই মোৰ বেচি বিশ্বাস আৰু আস্থা আছিল।

সেইবাবে এই কম বয়সতে ভূত-পিশাচৰ ভয় ভাঙিবলৈ ৰাম নাম জপ কৰিবলৈ ললোঁ। অৱশ্যে এইটো অলপ দিনলৈহে স্থায়ী হ'ল। কিন্তু সৰুতে যি ভাল গুটি সিঁচা হৈছিল সি ব্যৰ্থ নহ'ল। মই ভাবোঁ ৰম্ভাই ভাল গুটি সিঁচাৰ বাবেই ৰাম নাম আজিও মোৰ বাবে অব্যৰ্থ মহৌষধ।

এই সময়তেই ৰামায়ণৰ ভক্ত মোৰ এজন সম্পৰ্কীয় ভায়ে আমাৰ দুয়ো ভাইক 'ৰাম ৰক্ষা' শিকাবলৈ দিহা কৰিলে। আমি দুয়ো কিতাপখন মুখস্থ কৰি পেলালোঁ—আৰু পুৱা গা-ধোৱাৰ পিচত স্তোত্ৰ পাঠ কৰা নিয়ম কৰি ললোঁ। পোৰবন্দৰত থকালৈকে এই নিয়ম ৰাখিছিলোঁ। আমি ৰাজকোট পোৱা মাত্ৰে এই নিয়ম এৰি পেলালোঁ, কাৰণ ইয়াত মোৰ বৰ বিশ্বাস নাছিল।

যিয়েই হওক, ৰামায়ণখন দেউতাৰ আগত পঢ়াৰ পিচত মোৰ মনত দকৈ সাঁচ বহিল। বেমাৰত কিছুদিন দেউতা পোৰবন্দৰত থাকোঁতে সদায় গধূলি তেখেতে ৰামায়ণ পঢ়া শুনিছিলোঁ। অৱশ্যে পাঠক আছিল বিলেশ্বৰৰ লধা মহাৰাজ, তেওঁ এজন ৰামৰ ডাঙৰ ভক্ত আছিল। তেওঁৰ সম্বন্ধে এই বুলি শুনিবলৈ পোৱা যায় যে তেওঁৰ কুষ্ঠ বেমাৰ আছিল, কিন্তু নিজৰ কুষ্ঠ বেমাৰ ঔষধেৰে ভাল কৰা নাছিল, কেৱলমাত্ৰ বিলেশ্বৰ মন্দিৰত শিৱক উছৰ্গা বেলপাত সদায় পূজাৰ পিচত গাত লগাই আৰু সদায় নিয়মিত ৰকমে ৰাম নাম জপ কৰি এই দুৰাৰোগ্য ব্যাধি ভাল কৰিলে।

যি হওক, ৰাম-নামত তেওঁৰ আস্থাই ভাল কৰিলে বুলি শুনা যায়।

এইটো সচা হবও পাৰে, নহবও পাৰে। আমি অন্ততঃ সচা বুলিলেই বিশ্বাস কৰিছিলোঁ। তেওঁ ৰামায়ণ পঢ়া আৰম্ভ কৰাৰ পিচৰেপৰা কুষ্ঠ বেমাৰ ভাল হোৱাটো সচা কথা। তেওঁৰ মাত বৰ মিঠা আছিল। তেওঁ ‘দোঁহা’ আৰু ‘চোপাই’ সুৰেৰে গাই বুজাই দিছিল। তেওঁ বুজাওঁতে আপোন-পাহৰা হৈছিল আৰু লগে লগে শ্ৰোতা-সকলকো আপোন-পাহৰা কৰিছিল। তেতিয়া মোৰ বয়স বোধ কৰোঁ ১৩ বছৰ। তেওঁৰ পাঠ শুনি মই মোহিত হোৱা মোৰ বেছকৈ মনত পৰে। এয়েই ৰামায়ণলৈ মোৰ ভক্তি জন্মালে। আজি মই ভাবোঁ যে ভক্তি-সাহিত্যত তুলসীদাসৰ ৰামায়ণখনেই সবাতকৈ ডাঙৰ কিতাপ।

ইয়াৰ কেইমাহমানৰ পাচত আমি ৰাজকোটলৈ আহিলোঁ। তাত ৰামায়ণ পাঠৰ ব্যৱস্থা নাছিল। একাদশী তিথিৰ দিনা ভাগৱত পঢ়া হৈছিল। মই মাজে-সময়ে তাতো যোগ দিছিলোঁ, কিন্তু পাঠকজনে শ্ৰোতাসকলৰ মনত সিমান প্ৰেৰণা আনিব পৰা নাছিল। আজি মই দেখিছোঁ যে ভাগৱতে ধৰ্মভাব ওপজাব পাৰে। ইয়াৰ গুজৰাটী ভাঙনীখন মই কেইবাবাৰো পঢ়িছোঁ। মোৰ ২১ দিনীয়া অনশন-ব্ৰতৰ সময়ত পণ্ডিত মদনমোহন মালব্যই মূল ভাগৱতখন মোক পঢ়ি শুনাইছিল, তেখেতৰ দৰে এজন ভক্তৰ মুখত সৰুতে শুনা হ’লে সৰুৰেপৰা ভাগৱতলৈ মোৰ প্ৰীতি জন্মিলহেঁতেন। সেই সময়ত বিবোৰ ভাব মনত সোমায়, সেই-বিলাকেই মানুহৰ মনত স্বভাৱতে বৰ দকৈ সাঁচ বহুৱায়। এই সময়ত এনেবিধৰ ভাল কিতাপবোৰ পঢ়া শুনিবলৈ পোৱা মোৰ সৌভাগ্য নহ’ল, এই কথাষাৰত মই সদায় বেজাৰ পাওঁ।

হিন্দুধৰ্মৰ সকলো শাখা আৰু অন্যান্য ধৰ্মলৈ সহিষ্ণুতাৰ ভাব ৰক্ষা কৰিবলৈ ৰাজকোটত মই শিকিলোঁ। কাৰণ মোৰ পিতৃ-মাতৃয়ে হাবেলীৰ মন্দিৰলৈ মোক লৈ গৈছিল আৰু শিৱ আৰু ৰামৰ

মন্দিৰলৈকো যাওঁতে লগতে আমাকো নিছিল। জৈন সাধুসকলেও দেউতাৰ ওচৰলৈ মাজে-সময়ে আহি আছিল। আৰু আমি জৈন সম্প্ৰদায়ৰ নহ'লেও, আমাৰ ঘৰত তেওঁলোকে খোৱা-মেলা কৰিছিলহি। দেউতাৰ লগত ধৰ্মসম্বন্ধে কথা-বতৰাও হৈছিল।

ইয়াৰ বাহিৰেও দেউতাৰ মুছলমান আৰু পাৰ্চী বন্ধুও আছিল; দেউতাই তেওঁলোকৰ সকলো কথা শ্ৰদ্ধা আৰু মনোযোগেৰে সৈতে শুনিছিল। দেউতাৰ আলপৈচান ধৰিবলগীয়া হোৱাত তেওঁলোকৰ সকলো কথা-বতৰা ময়ো শুনিছিলোঁ। এইবিলাক কাৰণত সকলো ধৰ্মলৈকে সহনশীল ভাব ল'বলৈ শিকিছিলোঁ।

এই সময়ত খ্ৰীষ্টান ধৰ্মহে বাদ পৰিছিল আৰু খ্ৰীষ্টধৰ্মলৈ মোৰ বীতশ্ৰদ্ধা হৈছিল। তাৰ কাৰণো আছিল। সেই সময়ত খ্ৰীষ্টান পাদুৰীসকলে স্কুলৰ চুক এটাৰ ওচৰত থিয় হৈ হিন্দু দেৱ-দেৱী সম্বন্ধে বহুতো নিন্দা কৰিছিল। এইবিলাক মই সহিব পৰা নাছিলোঁ। বোধ কৰোঁ তেওঁলোকৰ বক্তৃতা মই এদিনহে শুনিছিলোঁ, কিন্তু সেই এদিন শুনি পুনৰায় তালৈ যাবলৈ মোৰ ইচ্ছা আৰু নহ'ল। সেই সময়ত এজন বিখ্যাত হিন্দু খ্ৰীষ্ট ধৰ্মত দীক্ষিত হোৱাও শুনিছিলোঁ। তেওঁ খ্ৰীষ্ট ধৰ্মত দীক্ষা ল'বৰ সময়ত গৰু-মঙহ আৰু মদ খাবলগীয়া হৈছিল আৰু নিজৰ পোছাক এৰিব লগীয়া হৈছিল বুলি গোটেই চহৰত ঢক ফুটিছিল আৰু ইয়াৰ পিচৰপৰা তেওঁ হেট আদি ইউৰোপীয় সাজ পিন্ধি ফুৰিছিল। এইবিলাক কথাত খ্ৰীষ্ট ধৰ্মলৈ মোৰ বিৰাগ জন্মিল। মই তেতিয়া ভাবিলোঁ যে যি ধৰ্মৰ কাৰণে গৰু-মঙহ খাব লগীয়া হয়, নিজৰ সাজ-পোছাক এৰিব লগীয়া হয়, সেই ধৰ্ম লেখত ল'বলগীয়া নহয়। ইয়াৰ উপৰিও মই শুনিবলৈ পালোঁ যে নতুনকৈ খ্ৰীষ্টান ধৰ্ম লোৱা মানুহজনে পূৰ্বপুৰুষসকলৰ ধৰ্ম, আচাৰ-ব্যৱহাৰ, সকলোৰে নিন্দা কৰি ফুৰিছে। এইবিলাক কাৰণেই খ্ৰীষ্টধৰ্মলৈ মোৰ বীতৰাগ হৈছিল। কিন্তু অন্য ধৰ্মলৈ সহিষ্ণুতাৰ ভাব আছিল বুলি মোৰ যে

ঈশ্বৰলৈ জীৱন্ত বিশ্বাস আছিল, এনে নহয়। দেউতাৰ পুথিবিলাকৰ ভিতৰত থকা মনু-স্মৃতিখন মোৰ হাতত পৰিছিল। সৃষ্টি-সম্বন্ধে তাত যিবোৰ লিখা আছিল, সেইবোৰ মই বিশ্বাস কৰিব পৰা নাছিলোঁ, বৰঞ্চ নাস্তিকতাৰ ফালেহে মোৰ মনে ঢাল লৈছিল। মোৰ এজন দূৰ সম্পৰ্কীয় ককাই আছিল। তেওঁ এতিয়াও জীৱিত, তেওঁৰ বুদ্ধিত মোৰ বৰ বিশ্বাস আছিল। সন্দেহৰ ভাব লৈ মই তেওঁৰ ওচৰ চাপিলোঁ, তেওঁ মোৰ প্ৰশ্নৰ সমিধান দিব পৰা নাছিল। তুমি ডাঙৰ হ'লে এইবিলাক সন্দেহ নিজেই গুচাব পাৰিবা বুলি মোক ওলোটাই পঠালে। এইবিলাক প্ৰশ্ন তোমাৰ বয়সত তোলাই অনুচিত বুলি তেওঁ মোক ক'লে। এই বুলি তেওঁ মোক নিৰুত্তৰ কৰিলে হয়, মই হ'লে ইয়াত শান্তি পোৱা নাছিলোঁ। আহাৰ সম্বন্ধে যিবোৰ কথা মনু-স্মৃতিত আছিল, সেইবিলাক দৈনন্দিন জীৱনৰ সপূৰ্ণ বিৰোধী বুলি মোৰ বিশ্বাস হ'ল। এইবিলাক সন্দেহবো মই এক্ষে উত্তৰ পালোঁ। বুদ্ধিৰ বিকাশৰ লগে লগে মই সকলো কথা বুজি পাম বুলি অন্তৰতে কৈ থ'লোঁ।

মনু-স্মৃতিয়ে মোক অহিংসা সম্বন্ধে শিক্ষা দিয়া নাছিল। মই মাংস আহাৰ কৰিছিলোঁ বুলি পূৰ্বেই কৈছোঁ। মনু-স্মৃতিয়ে অহিংসা নীতি সমৰ্থন কৰিছে বুলি মোৰ বোধ হৈছিল। সাপ, উৰহ আৰু অন্যান্য জীৱ বধ কৰা সজ নীতিৰ কাম বুলি মই তেতিয়া ভাবিছিলোঁ। সেই বয়সত উৰহ আৰু অন্যান্য পোক আদি মৰা কৰ্তব্য বুলিও ভাবিছিলোঁ।

কিন্তু এটা কথা মোৰ মনত বৰ দকৈ সোমায় যে সজ নীতিয়েই সকলোৰে গুৰি, সত্যই নীতিৰ সাৰ বস্তু। সত্যই মোৰ জীৱনৰ লক্ষ্য হ'ল। দিনে দিনে এই ভাব বাঢ়িবলৈ ধৰিলে আৰু এতিয়াও ইয়াৰ সংজ্ঞা দিনে দিনে বহল হ'ব ধৰিছে। কেইফাঁকিমান শ্লোকে মোৰ হিয়া আৰু মন গ্ৰাস কৰিলে। ইয়াৰ মূলকথা অৰ্থাৎ অপকাৰৰ প্ৰতিদান

উপকাৰ কৰা মোৰ জীৱনৰ লক্ষ্য হ'ল। এই শ্লোকটোত মই ইমান মুগ্ধ হৈছিলোঁ যে মই ইয়াৰ বহুতো পৰীক্ষা কৰিছিলোঁ। এই শ্লোকটিৰ তাৎপৰ্য্য এই: কোনোবাই এচলু পানী দিলে তেওঁক তুমি পেট ভৰাই খাবলৈ দিবা। কোনোবাই মৰমেৰে সৈতে সম্ভাষণ কৰিলে, তুমি মূৰ দোঁৱাই সম্ভাষণ জনাবা। কোনোবাই এটা পাই দি সহায় কৰিলে তেওঁক তুমি সোণৰ মোহৰ দি সহায় কৰিবা। তোমাৰ জীৱন ৰক্ষা কৰিলে তেওঁৰ বাবে নিজৰ জীৱন দিবলৈ পিচ নপৰিবা। জ্ঞানীলোকে কথা আৰু কামৰ এইদৰে মিল ৰাখে। সামান্য উপকাৰ কৰিলেও তেওঁক দহগুণে প্ৰত্যুপকাৰ কৰে। কিন্তু যি প্ৰকৃততে উচচ মনৰ মানুহ তেওঁ সকলো একে বুলি ভাবে, আৰু উপকাৰ কৰি অপকাৰৰ প্ৰতিদান দিয়ে।

## বিলাত-যাত্ৰাৰ আয়োজন

মই ১৮৮৭ চনত মেট্ৰিকুলেচন পৰীক্ষাত উত্তীৰ্ণ হ'লোঁ। তেতিয়া দুটা কেন্দ্ৰত পৰীক্ষা লোৱা হৈছিল,—আহ্মদাবাদ আৰু বোম্বাই। দেশৰ মানুহ সাধাৰণতে দুখীয়া কাৰণে কাথিয়াৱাৰৰ ছাত্ৰ সকলে ওচৰৰ কেন্দ্ৰটোকেই বাছি লৈছিল। আমাৰ পৰিয়াল দুখীয়া দেখি মই ওচৰৰ কেন্দ্ৰ বাছি ল'লোঁ। ৰাজকোটৰপৰা আহমদাবাদলৈ মোৰ এয়ে প্ৰথম যাত্ৰা; এই প্ৰথম যাত্ৰাতো লগৰীয়া কোনো নাছিল।

মেট্ৰিকুলেচন পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাচত কলেজত পঢ়োৱা মোৰ অভিভাৱকসকলৰ ইচছা আছিল। তেতিয়া ভৱনগৰ আৰু বোম্বাইতহে মাথোন কলেজ আছিল। ভৱনগৰ কলেজত পঢ়িলে সস্তা

হ'ব দেখি মই ছামলদাস কলেজত পঢ়া স্থিৰ কৰিলোঁ। কলেজত সোমায়েই মই অথাই সাগৰত পৰা দি পৰিলোঁ—সকলো বিষয়েই মোৰ পক্ষে দুৰূহ হ'ল। অধ্যাপকসকলৰ পঢ়াৰ সোৱাদ পোৱা দূৰত থাওক মই একোৱেই বুজি নাপাওঁ। ই তেওঁলোকৰ দোষ নহয়। সেই কলেজৰ অধ্যাপকসকল পঢ়োৱাত বৰ পৈণত আছিল। মইহে সকলো বিষয়ত কেঁচা আছিলোঁ। প্ৰথম 'টাৰ্ম' শেষ হ'লত মই ঘৰলৈ উলটি আহিলোঁ।

মাভজী দাবে নামেৰে বৰ বিচক্ষণ পণ্ডিত ব্ৰাহ্মণ এজন আমাৰ পৰিয়ালৰ বিশেষ বন্ধু আছিল, তেওঁ সদায় আপদে-বিপদে সহায় কৰিছিল, আন সময়তো সজ পৰামৰ্শ দিছিল, দেউতাৰ মৃত্যুৰ পিচতো তেওঁ আমাক এৰা নাছিল। কলেজৰ বন্ধত মই অহাত তেওঁ আমাৰ ঘৰলৈ অকস্মাৎ এদিন আহিল। মোৰ আইক আৰু ককাইদেউক মোৰ পঢ়া-শুনাৰ কথা সুধি, ছামলদাস কলেজত পঢ়া শুনি ক'লে, "এতিয়া দিন কালৰ পৰিবৰ্তন হৈছে, উপযুক্ত শিক্ষা নহ'লে তোমালোকৰ কোনেও দেউতাৰাৰ গাদীলৈ উঠিবলৈ আশা কৰিব নোৱাৰা। বি-এ পাছ কৰোঁতে চাৰি পাঁচ বছৰ লাগিব, কিন্তু বি-এ পাছে দেৱানৰ কামৰ লায়ক নকৰে, ৬০ টকা দৰমহাৰ কামৰহে লায়ক কৰে। মোৰ ল'ৰাটিৰ দৰে আইন পঢ়ালে আৰু কেইবাবছৰো লাগিব। কিন্তু ইতিমধ্যে বহুতো ল'ৰাই আইন পাছ কৰি দেৱানৰ কামৰ বাবে যত্ন কৰিব। মই হ'লে এওঁক বিলাতলৈ পঠাবলৈ কওঁ। মোৰ ল'ৰা কেবলৰামে কয় যে বেৰিষ্টাৰী পাছ কৰা অতি সহজ কাম। তিনি বছৰৰ ভিতৰত তেওঁ উলটি আহিব পাৰিব। চাৰি পাঁচ হাজাৰ টকাতকৈ সৰহ নালাগে। বিলাতৰপৰা উলটি অহা বেৰিষ্টাৰজনলৈ চোৱাচোন, তেওঁ কেনেকৈ থাকে। আজি দেৱানৰ কাম বিচৰা মাত্ৰে তেওঁক নিশ্চয় দিয়া হ'ব। এই বছৰেই মোহনদাসক বিলাতলৈ পঠাবলৈ মই তোমালোকক

বৰকৈ কওঁ। বিলাতত কেৱলৰামৰ বহুতো বন্ধু আছে, সকলোলৈকে তেওঁ চিনাকি কৰি চিঠি দিব পাৰিব। মোহনদাসে তালৈ গৈ অলপো অসুবিধাত নপৰে।"

আমি বুঢ়া মাভজী দাবেক 'যোছিজী' বুলি সদায় মাতিছিলোঁ— তেওঁ মোলৈ চাই ক'লে, "তুমি ইয়াত পঢ়াতকৈ বিলাতলৈ যোৱা ভাল নোপোৱানে?" মোৰ কাৰণে ইয়াতকৈ কিবা আনন্দৰ কথা হ'ব পাৰেনে? ইয়াত পঢ়া-শুনাত কিমান টকা পাই আছোঁ। কথাষাৰ শুনি আনন্দত মতলীয়া হৈ ক'লোঁ, "যিমান সোনকালে পাৰে সিমান সোনকালে পঠালেই ভাল। সোনকালে পৰীক্ষা পাছ কৰা সহজ কথা নহয়। ডাক্তৰী পৰীক্ষাৰ বাবে মোক পঠোৱা নহ'বনে?"

ককাইদেৰে মোক বাধা দি ক'লে, "দেউতাই ডাক্তৰী পঢ়া কেতিয়াও ভাল পোৱা নাছিল, মৰাশ' কটা-ছিঙা কৰাত বৈষ্ণৱে সংশ্ৰৱ ৰখা অনুচিত বুলি দেউতাই কওঁতে তোমাৰ কথাই ভাবিছিল। তোমাক উকীল কৰাই দেউতাৰ ইচ্ছা আছিল।"

যোছীজীয়ে ক'লে, "গান্ধীজীৰ (মোৰ দেউতা) দৰে মই ডাক্তৰী পঢ়াৰ বিৰোধী নহওঁ। আমাৰ শাস্ত্ৰবোৰো ইয়াৰ বিৰোধী নহয়। কিন্তু ডাক্তৰী পঢ়িলে তুমি দেৱান হ'ব নোৱাৰা, মই তোমাক দেৱান, নাইবা তাতোকৈ কিবা ডাঙৰ কাম কৰাহে বিচাৰোঁ। এইদৰেহে তুমি তোমাৰ নিজৰ ডাঙৰ পৰিয়ালক ৰক্ষা কৰিব পাৰিবা। সময়ৰ পৰিবৰ্তন হ'বলৈ ধৰিছে, প্ৰতিদিনেই জীৱন-যুদ্ধ কঠিন হ'বলৈ ধৰিছে। বেৰিষ্টাৰ হোৱাটোৱে জ্ঞানীৰ কাম।"

মোৰ আইৰ ফালে চাই তেখেতে ক'লে, "আই, মই যিবোৰ কথা ক'লোঁ, ভাবি চাবা, ইয়াৰ পাচৰ বাৰ আহি যেন বিলাতলৈ যোৱাৰ আয়োজন কৰা শুনো, মই কিবা সহায় কৰিবলগীয়া হ'লে মোক জনাবা।"

যোছীজী গুচি গ'ল আৰু ময়ো আকাশত চাঙ পতাত লাগিলোঁ।

ককাইদেউৰ বৰ চিন্তা হ'বলৈ ধৰিলে। মোক পঠাবলৈ সম্বল কেনেকৈ গোটায়? মোৰ দৰে ডেকা মানুহ এজনক বিলাতৰ দৰে ঠাইত বিশ্বাস কৰি এৰি দিয়াটো ঠিক হ'বনে ইত্যাদিও চিন্তিবলৈ ধৰিলে। ইফালে আইৰো নানা দুশ্চিন্তা হ'বলৈ ধৰিলে। মোক পঠোৱাৰ কথা তেওঁ ভাল পোৱা নাছিল। আৰু সেইবাবে মোক বুজাবলৈ এইদৰে ক'বলৈ ধৰিলে, "খুড়া দেউতাৰাই এতিয়া আমাৰ পৰিয়ালৰ ভিতৰত বয়সিয়াল মানুহ। তেওঁৰ লগত পোনতে পৰামৰ্শ কৰিব লাগিব—তেওঁ মত দিলেহে মই ভাবি চাম।"

মোৰ ককাইদেউৰ ভাবনা হ'ল অন্য। পোৰবন্দৰ ৰাজ্যত আমাৰ কিছুমান দাবী আছে। সেই সময়ত মিঃ লিলি এড্‌মিনিষ্ট্ৰেটৰ। আমাৰ পৰিয়াল সম্বন্ধে তেওঁৰ উচ্চ ধাৰণা আছে, "খুড়াদেউক তেওঁ ভাল পায়। বিলাতত তোমাৰ শিক্ষাৰ বাবে চৰকাৰৰপৰা তেওঁ তোমাক কিবা দিয়াবও পাৰে।" এই কথাষাৰ মই ভালো পালোঁ। পোৰবন্দৰলৈ যাবলৈ মই সাজু হ'লোঁ। তেতিয়া তালৈ যাবলৈ ৰেল নাছিল। পোৰবন্দৰ গাড়ীৰে ৫ দিনৰ বাট।

মই ভয়াতুৰ স্বভাৱৰ আছিলোঁ বুলি পূৰ্বেই কৈছোঁ। কিন্তু সেই সময়ত বিলাতলৈ যোৱাৰ ভাবত মই ইমান উন্মত্ত হ'লোঁ যে ভয়ৰ কথা মনলৈ নাহিল। গৰু গাড়ী এখন ভাড়া কৰি ধোৰা-জীলৈকে গ'লোঁ, এদিন আগতে পোৰবন্দৰ পাবলৈ বুলি ধোৰাজীৰ-পৰা এটা উট ভাড়া কৰি ল'লোঁ। এয়ে মোৰ প্ৰথম উট-আৰোহণ।

অৱশেষত মই পোৰবন্দৰ পালোঁগৈ। খুড়াদেউক সেৱা কৰি সকলো কথা জনালোঁ। তেওঁ বৰ ভাবি-চিন্তি ক'লে, "ধৰ্ম নেহেৰুৱাকৈ বিলাতত থকা সম্ভৱ বুলি মই ক'ব নোৱাৰোঁ। যিবোৰ কথা শুনিবলৈ পাওঁ তাৰপৰা মোৰ সন্দেহ হয়। এই ডাঙৰ বেৰিষ্টাৰ জনক দেখিলে তেওঁৰ লগত ইউৰোপীয় সকলৰ একো প্ৰভেদ নেদেখোঁ। খোৱা-বোৱা

সম্পৰ্কে তেওঁৰ একো ভেদাভেদ নাই। মুখৰপৰা চুৰট নুগুচেই। নিলাজৰ দৰে ইংৰাজৰ পোছাক পিন্ধে। এইবোৰ আমাৰ পৰিয়ালৰ নিয়মৰ লগত অলপো খাপ নাখায় কিন্তু সেই বুলি তোমাক বাধা দিবলৈ নিবিচাৰোঁ, অলপতে মই তীৰ্থ ভ্ৰমণলৈ ওলাম। মই আৰু সৰহ দিন জীয়াই নাথাকোঁ। মৃত্যুৰ দুৱাৰ-ডলিত থিয় দি সাগৰ পাৰ হৈ তোমাক বিলাতলৈ যাবলৈ মই মত দিওঁ কেনেকৈ? কিন্তু তোমাৰ বাটত মই বিধি-পথালি নিদিওঁ। তোমাৰ আইৰ হুকুমেই আচল।" তেওঁ ক'লে, "মই আশীৰ্বাদ দিওঁ। আয়েৰাক ক'বা মই ইয়াত হস্তক্ষেপ নকৰোঁ, তুমি মোৰ আশীৰ্বাদৰে সৈতে যাব পাৰিবা।" "মই আপোনাৰপৰা ইয়াৰ বাহিৰে অন্য একো আশা কৰা নাছিলোঁ।" বুলি মই ক'লোঁ। "মোক মিঃ লিলিৰ ওচৰলৈ অনুমোদন কৰি পঠাব পাৰিবনে?"

তেওঁ ক'লে, "মই কেনেকৈ কৰোঁ? চাহাব বৰ সজ মানুহ। তোমাৰ দেউতাৰাৰ কথা জানেই, তেওঁক দেখা কৰিবলৈ এটা সময় বিচাৰোঁ। তেওঁ নিশ্চয় এটা সময় দিব আৰু তোমাক সহায়ো কৰিব পাৰে।"

খুড়াদেউতাৰে মোক কিয় এখন অনুমোদন পত্ৰ নিদিলে মই বুজিব নোৱাৰিলোঁ। মোৰ অলপ মনত পৰিছে যে তেওঁৰ মনেৰে যিটো ধৰ্মবিৰুদ্ধ কাম, তাত সহযোগ কৰাতেই তেওঁৰ খোকোজা লাগিছিল।

মিঃ লিলিলৈ লিখাত মোক ঘৰত দেখা কৰিবলৈ তেওঁ মাতি পঠালে। তেওঁ ওপৰ মহলালৈ উঠিব ধৰোঁতে মোক দেখা পাই ক'লে, "পোনতে বি-এ পাছ কৰা, তাৰ পাচত মোৰ লগত দেখা কৰিবা, এতিয়া একো সহায় কৰিব নোৱাৰি।" এই বুলি তেওঁ ওপৰ মহলালৈ গুচি গ'ল।

চাহাবক লগ পাবলৈ মই খবকৈ সাজু হৈ গৈছিলোঁ। কিছুমান

কথাও বৰ মন দি শিকিছিলোঁ। মই তল মূৰ কৰি দুহাতে চাহাবক দীঘল ছেলামো দিছিলোঁ। কিন্তু সকলো বৃথা হ'ল।

তেতিয়া তিৰোতাৰ গহনাৰ কথা মোৰ মনত পৰিল। মোৰ ককাইদেউৰ ওপৰত মোৰ প্ৰগাঢ় বিশ্বাস আছিল, তেওঁৰ কথাও তেতিয়া ভাবিলোঁ। তেওঁ মোক নিজৰ ল'ৰাৰ দৰে মৰম কৰিছিল।

পোৰবন্দৰৰপৰা ৰাজকোটলৈ উলটি আহি সকলো কথা জনালোঁ। যোছীজীৰ লগতো মই দেখা কৰিলোঁ—তেওঁ দৰকাৰ হ'লে ধাৰ কৰিবলৈ ক'লে। তিৰোতাৰ গহনাবোৰ বেচি দিবলৈকো মই ক'লোঁ। ইয়াৰেও দুই তিনি হাজাৰ টকা পোৱা যাব পাৰে। ককাইদেৱে যেনে-তেনেকৈ টকা গোটাব বুলি গাত ললে।

আই হ'লে এতিয়াও অনিচ্ছুক। আইয়ে বিলাতলৈ যোৱা সম্পৰ্কে ভূ-ভা লবলৈ ধৰিলে। কোনোবাই তেওঁক ক'লে যে বিলাতলৈ গলে ডেকা মানুহ ভ্ৰষ্ট হয়। কোনোৱে ক'লে, তাত মঙহ খাব লাগিব। কোনোৱে ক'লে, মদ নাখালে তাত থাকিব নোৱাৰি ইত্যাদি। অৱশেষত তেওঁ সুধিলে, "তেন্তে কেনেকৈ হয়?" মই ক'লোঁ, "তুমি মোক বিশ্বাস কৰিব নোৱাৰানে? মই তোমাৰ ওচৰত কেতিয়াও মিছা কথা নকওঁ। মই শপত খালোঁ,—এই তিনিটা বস্তুৰ এটাও মই স্পৰ্শ নকৰোঁ। তাত কিবা বিপদ থকা হ'লে যোছীজীয়ে যাবলৈ কয় নে?" আয়ে ক'লে, "মই তোমাক বিশ্বাস কৰিব পাৰোঁ, কিন্তু দূৰৈত তোমাক কেনেকৈ বিশ্বাস কৰোঁ। মই কিংকৰ্ত্তব্যবিমূঢ়া হৈছোঁ—বেচাৰ্জী স্বামীক মই সুধি-পুছি চাম।"

বেচাৰ্জী স্বামী আদিতে মোধ বণিয়া আছিল, কিন্তু এতিয়া জৈন উদাসী হৈছে। যোছীজীৰ দৰে তেওঁৰো আমাৰ পৰিয়ালৰ লগত ঘনিষ্ঠ সম্পৰ্ক আছিল। তেওঁ আমাৰ পৰামৰ্শ দিওঁতা আছিল।

তেওঁ মোৰ জানিবা সহায় হ'ল। তেওঁ ক'লে, ল'ৰাটিয়ে তিনিটা কথাত শপত খালে যাবলৈ অনুমতি দিব লাগে। মই মদ মাংস আৰু তিৰোতা স্পৰ্শ নকৰোঁ বুলি শপত খালোঁ। আৰু ইয়াৰ পিচত আইয়ে মোক যাবলৈ অনুমতি দিলে। হাইস্কুলৰ ল'ৰাইঁতে মোৰ সন্মানাৰ্থে বিদায়োৎসৱ পাতিলে। ৰাজকোটৰ ডেকা মানুহ এজন বিলাতলৈ যোৱা তেতিয়া অসাধাৰণ কথা আছিল। সভাগৰ শৰাই দু আষাৰ মই লিখি বৈছিলোঁ। সভাত সোমাই কোনো ৰকমে তাকে পঢ়ি শুনালোঁ। সভাত থিয় হ'ব ধৰোঁতে মূৰ ঘূৰাই গোটেই গা কঁপা মোৰ এতিয়াও মনত আছে।

গুৰুজনৰ আশীৰ্বাদ লৈ মই বোম্বাইলৈ ৰাওনা হ'লোঁ। ৰাজকোটৰপৰা বোম্বাইলৈ যোৱা এয়ে প্ৰথম। মোৰ লগত ককাইদেউ আছিল।

কথাত কয়—'আইৰ ঘৰলৈ যাম, দুই হাতে খাম, বিধাতাই বোলে মই পিচে পিচে যাম।' ময়ো সেইদৰে বোম্বাই পোৱাৰ পাচত বিলাতলৈ যোৱা লৈ নানা ৰকমৰ লেঠাতো পৰিলোঁ।

## সমাজ-চ্যুত

আইৰ আশীৰ্বাদ আৰু আদেশ লৈ অলপতে ওপজা শিশুটিৰে সৈতে তিৰোতাক ঘৰত এৰি থৈ মহানন্দে বোম্বাইলৈ যাত্ৰা কৰিলোঁ। জুন আৰু জুলাই মাহত ভাৰত মহাসাগৰ শান্ত নথকাৰ কাৰণে নৱেম্বৰ মাহলৈকে মোৰ বিলাতলৈ যোৱা স্থগিত ৰাখিব লাগে বুলি ককাইদেৱে বন্ধুসকলেৰে সৈতে পৰামৰ্শ কৰা শুনিলোঁ। তাৰে কোনোবা এজনে

সম্প্ৰতি এখন জাহাজ ডুবাৰ কথাও ক'লে। এইবিলাক শুনি কক্কাই-দেউৰ মন উদ্বিগ্ন হ'ল। তেওঁ মোক এই বিপজ্জনক যাত্ৰা সম্প্ৰতি স্থগিত ৰাখিবলৈ ক'লে। তেওঁৰ বন্ধু এজনৰ তত্বাৱধানত মোক থৈ ৰাজকোটত নিজৰ কৰ্মক্ষেত্ৰত উপস্থিত হ'লগৈ।

মোৰ খৰচ-পাতিৰ কাৰণে টকা পইচা আমাৰ ভিনীহিদেউ এজনৰ হাতত গঁতাই দি আৰু তেওঁৰ বন্ধু এজনক মোৰ সকলো সুবিধা কৰি দিবলৈকো অনুৰোধ কৰি তেওঁ গুচি গ'ল।

বোম্বাইত থকা দিন কেইটা মোৰ নাযায় নুপুৰায় যেন হৈছিল। মই কেৱল বিলাত-যাত্ৰাৰ স্বপ্নহে দেখিবলৈ ধৰিলোঁ।

ইপিনে আমাৰ জাতৰ লোকসকলে মোৰ বিলাত-যাত্ৰা সম্পৰ্কে উথল-পাথল লগাই এটা আন্দোলন চলাবলৈ ধৰিলে। আজিলৈকে কোনো মোধ বণিয়া বিলাতলৈ যোৱা নাই, গতিকেই মই যেতিয়া মৰ সাহ দি ওলাইছোঁ, মোৰ শাস্তি বিধান হবই! আমাৰ জাতৰ লোকসকলৰ এখন সভা বহিল; তালৈকে মোৰ 'ছমন' আহিল। মই উপস্থিত হলোঁগৈ।

কেনেকৈ যে ততালিকে মোৰ মনৰ শক্তি বাঢ়িল ক'ব নোৱাৰোঁ। কিন্তু অকণো দ্বিধা নকৰাকৈ নিৰ্ভয় চিত্তেৰে মই সেই সভাত উপস্থিত হলোঁগৈ। সমাজকৰ্তা ছেঠজী আমাৰ দূৰ-সম্পৰ্কীয় আত্মীয় আছিল। দেউতাৰ লগত তেওঁৰ বন্ধুত্ব ভাব আছিল। তেওঁ মোক সম্বোধন কৰি ক'লে, "আমাৰ সমাজে তোমাৰ বিলাত-যাত্ৰা উচিত হোৱা নাই বুলি বিবেচনা কৰিছে, আমাৰ ধৰ্মমতে সাগৰ-যাত্ৰা নিষিদ্ধ। আমি শুনিছোঁ যে বিলাতত ধৰ্ম ভ্ৰষ্ট নোহোৱাকৈ কোনো থাকিব নোৱাৰে। তালৈ গ'লে ইংৰাজৰ লগত খোৱা-লোৱা কৰিবই লাগিব।" এই কথাৰ উত্তৰত মই ক'লোঁ, "বিলাতযাত্ৰা ধৰ্ম-বিৰুদ্ধ বুলি মই বিবেচনা নকৰোঁ। কাৰণ মই তালৈ শিক্ষাৰ কাৰণেহে যাওঁ। মই আপোনালোকে প্ৰধানকৈ ভয় কৰা তিনিবিধ বস্তু স্পৰ্শ নকৰোঁ বুলি

আইৰ ওচৰত শপত খাইছোঁ আৰু এই শপতেই মোক নিশ্চয় ৰক্ষা কৰিব।” এই কথা শুনি ছেঠজীয়ে ক’লে, “আমি কিন্তু তোমাক কওঁ তুমি জাত ধৰ্ম ৰক্ষা কৰিব নোৱাৰিবা। তোমালোকৰ লগত মোৰ কি সম্পৰ্ক তুমি অৱশ্যে জানাই, গতিকেই মোৰ উপদেশ মতে কাম কৰা তোমাৰ একান্ত কৰ্তব্য।”

প্ৰত্যুত্তৰত মই ক’লোঁ, “আপোনাক মোৰ অগ্ৰজতুল্য জ্ঞান কৰোঁ, কিন্তু এই বিষয়ত মই নিৰুপায়, মই আন একো কৰিব নোৱাৰোঁ। বিলাত-যাত্ৰা কোনোমতেই বন্ধ কৰিব নোৱাৰি। দেউ-তাৰ বন্ধু আৰু আমাৰ ঘৰুৱা ব্ৰাহ্মণ পণ্ডিতে এই বিষয়ে মত দিছে। ককাইদেউ আৰু আইয়েও মত দিছে।” ইয়াকে শুনি তেখেতে ক’লে, “তেন্তে তুমি তোমাৰ সমাজৰ আদেশ অৱজ্ঞা কৰিবানে কি”? মই উত্তৰত জনালোঁ, “মই এই বিষয়ে নিজৰ সঙ্কল্প সঁচাকৈয়ে অকনো লৰচৰ কৰিব নোৱাৰোঁ। মোৰ মতে বিলাত-যাত্ৰাত সমাজে হস্তক্ষেপ নকৰাই ভাল আছিল।” মোৰ কথা শুনি ছেঠজী জলি-পকি উঠি মোলৈ খংমুৰাকৈ চালে। ময়ো অচল-অটল ভাৱে ৰহি থাকিলোঁ। ছেঠজীয়ে এইদৰে আদেশ প্ৰচাৰ কৰিলে, “আজিৰ পৰা এই ল’ৰাটি জাতি-ভ্ৰষ্ট হ’ল বুলি ধৰা হ’ল, যেয়ে এওঁক সহায় কৰিব আৰু যাত্ৰাৰ সময়ত জাহাজঘাটলৈ দেখা কৰিবলৈ যাব, তেওঁ পাঁচ সিকা ৰূপ দিব লগাত পৰিব।” আদেশ শুনি মোৰ মনৰ কোনো পৰিবৰ্তন নহ’ল। কেৱল ককাইদেউৰ মতৰ কিবা পৰিবৰ্তন হয় বুলিহে মোৰ অলপ শঙ্কা হৈছিল, ভাগ্যবশতঃ সমাজৰ আদেশ শুনিও তেওঁৰ মতৰ কোনো পৰিবৰ্তন হোৱা নাছিল; সমাজৰ আদেশ সত্বেও মোক বিলাতলৈ যাবলৈ আদেশ দি তেওঁ লিখি পঠালে।

ইয়াৰ পাচত যাওনা হ’বলৈ মন উতলা হ’ল। সমাজে ককাই-দেউক কিবা দোষী কৰিবনে কি? ভৱিষ্যতলৈ কিবা দুৰ্ঘটনা হ’লে কি হব? ইত্যাদি নানা কথা কল্পনা কৰি থাকোঁতেই শুনিলোঁ।

যে জুনাগড়ৰ উকীল এজন বেৰিষ্টাৰ হৈ আহিবৰ কাৰণে ৪ চেপ্টেম্বৰ তাৰিখে বিলাতলৈ যাব। বন্ধুসকলৰ লগত পৰামৰ্শ কৰাত এনে লগ আৰু সুযোগ এৰিবলৈ হাক দিলে। ইফালে সময়ো বেচি নাই দেখি টেলিগ্ৰাম কৰি ককাইদেউৰপৰা অনুমতি আনিলোঁ। ভিনীহিদেউক টকা খোজাত ছেঠজীৰ আদেশৰ কথা কৈ মোক টকা দি সমাজবৰ্জিত হ'ব নোৱাৰে বুলি উত্তৰ দিলে। মই এজন বন্ধুৰপৰা আৱশ্যকীয় টকা ধাৰলৈ খুজি ককাইদেউৰপৰা লৰলৈ ক'লোঁ। এই বন্ধুজনে টকা দিলে আৰু লগে লগে মোৰ শুভ-যাত্ৰা কামনা কৰি মোৰ মনত আনন্দ দিলে। ইয়াৰ বাবে ময়ো কৃতজ্ঞতা জনালোঁ। এই টকাৰে টিকট কিনা হ'ল আৰু বিলাত-যাত্ৰাৰ সাজ-পাৰ ইত্যাদি কিনাৰ পাল পৰিল। এজন বন্ধুৱে সাজ-পাৰ আৰু আন আন সকলো লাগতিয়াল বস্তু বাহানি যোগাৰ কৰি দিলে। যিবোৰ সাজ-পাৰ তেওঁ কিনি আনিছিল, তাৰ কিছুমান ভাল পাইছিলোঁ, কিছুমান একেবাৰেই ভাল পোৱা নাছিলোঁ। 'নেকটাই' মই বৰ ঘিণ কৰিছিলোঁ, যদিও পিচত তাকেই লগাই বৰ আনন্দ পাইছিলোঁ। চুটি ঠেঙা পিন্ধা মই অভদ্ৰামি বুলি ভাবিছিলোঁ, কিন্তু মোৰ বিলাত যাত্ৰাৰ লাহ-বিলাহৰ আগত এইবোৰ অৰুচিৰ ভাব টিকিব পাৰে কেনেকৈ? লগত খোৱাৰ বস্তুও যথেষ্ট লৈছিলোঁ। জুনাগড়ৰ উকীল মিষ্টাৰ ত্ৰিম্বকনাথ মজুমদাৰৰ কেবিনতে মোৰ কাৰণে বাৰ্থ বিজাৰ্ভ হ'ল। মোৰ বন্ধুসকলে তেওঁৰ লগত মোৰ পৰিচয় কৰি দিলে। তেওঁ এজন বয়সীয়া বিজ্ঞলোক আৰু মই সংসাৰ-অনভিজ্ঞ উতনুৱা ডেকা। তেওঁ মোৰ বন্ধুসকলক মোৰ বাবে কোনো চিন্তা কৰিব নালাগে বুলি আশ্বাস দিলে। অৱশেষত মই চেপ্টেম্বৰৰ চাৰি তাৰিখে বিলাতলৈ যাওনা হ'লোঁ।

## কোনোমতে লণ্ডনত

সাগৰত মোৰ সমুদ্ৰ-পীড়া ( Sea Sickness ) হোৱা নাছিল, কিন্তু কিছুদিনৰ পিচত বৰ আহুকাল পাবলৈ ধৰিলোঁ। মই জাহাজৰ আলধৰাৰ ( Steward ) লগত কথা পাতিবলৈকো লাজ পাইছিলোঁ। ইংৰাজী ভাষাত কথা কোৱাৰ অভ্যাস বৰ নাছিল। দ্বিতীয় শ্ৰেণীৰ সহযাত্ৰীৰ ভিতৰত মজুমদাৰৰ বাহিৰে কেইজনমান ইংৰাজ আছিল তেওঁলোকৰ লগত মোৰ আলাপ নহৈছিলেই। মোৰ লগত আলাপ কৰিবলৈ আহি তেওঁলোকে যে মোৰ বিষয়ে কি মতামত প্ৰকাশ কৰিছিল, মই ভালকৈ বুজি পোৱা নাছিলোঁ, বুজি পালেও মই হ'লে উত্তৰ দিব পৰা নাছিলোঁ। কিবা কথা এটা ক'বলৈ হ'লে আগেয়ে মনে মনে ইংৰাজী শব্দকেইটি জুকিয়াই ল'বলগীয়া হৈছিল। মই কাঁটা-চামোচৰ ব্যৱহাৰ নাজানিছিলোঁ; আৰু খাদ্য-তালিকাৰ কোনবিধ খাদ্য নিৰামিষ, তাকো সুধি ল'বৰ মোৰ সাহ জন্মা নাছিল। সেই কাৰণেই কোনো দিনেই মোৰ মেজত খোৱা নহৈছিল। মই মোৰ খাদ্য আনি কেবিনত খাইছিলোঁ। মোৰ লগত যি ফল-মূল গৈছিল তাকেহে খাইছিলোঁ। মিষ্টাৰ মজুমদাৰৰ কিন্তু কোনো ৰকমৰ অসুবিধা হোৱা নাছিল। তেওঁ নিৰ্বিবাদে সকলোৰে লগত আলা-পাদি কৰিব পাৰিছিল আৰু জাহাজত অবাধে ফুৰা-চকা কৰিছিল। মই হ'লে গোটেই দিনটো কেবিনতে সোমাই কটাইছিলোঁ, কাচিৎহে বেচি মানুহ নথকা ঠাইলৈ ওলাই গৈছিলোঁ। মিষ্টাৰ মজুমদাৰে মোক সহযাত্ৰীসকলৰ লগত মিলি-জুলি কথা-বতৰা পাতিবলৈ কৈছিল। তেওঁৰ অভিজ্ঞতাৰপৰা কৌতুকজনক দুই এটা গল্পেৰে সৈতে উকীল-ব্যৱসায়ী মানুহ যে মেলেকী হোৱা উচিত তাকো বুজাইছিল। তেওঁ মোক সুযোগ পালেই ইংৰাজী ক'বলৈ কৈছিল। বিদেশী ভাষাত কথা ক'লে ভুল হোৱা স্বাভাৱিক, কিন্তু তালৈ মন কৰিব

নালাগে বুলি তেওঁ মোক কৈছিল। মই কিন্তু মোৰ লাজ দমন কৰিব পৰা নাছিলোঁ। এজন ইংৰাজ-যাত্ৰীয়ে দয়াবশতঃ মোৰ লগত আলাপ আৰম্ভ কৰিছিল। তেওঁ মোতকৈ বয়সিয়াল আছিল। মই কি খাইছোঁ, ক'লৈ যাওঁ, কি কৰোঁ ইত্যাদি নানা প্ৰশ্ন কৰিছিল। মেজত খাবলৈ তেওঁ উপদেশ দিলে। মঙহ নাখাওঁ বোলা শপতৰ কথা শুনি তেওঁ হাঁহিবলৈ ধৰিলে। তেওঁ ক'লে, "পর্টছৈয়দ নোপোৱালৈকে তোমাৰ প্ৰতিজ্ঞা থাকিব পাৰে, কিন্তু বিস্কে উপসাগৰ সোমালেই সেই মতৰ পৰিবৰ্তন হ'বই লাগিব। বিলাতত ইমান জাৰ যে তাত মঙহ খাবই লাগিব; মঙহ নাখালে তাত কোনো থাকিব নোৱাৰে।" মই ক'লোঁ, "মই শুনাত বোলে মঙহ নোখোৱাকৈও তাত থাকিব পাৰে।" এই কথা শুনি তেওঁ ক'লে, "সেইবোৰ বাজে কথা বুলি ধৰি লোৱা, ইংলণ্ডত সকলোৱেই মঙহ-খাদক। মই তোমাক মদ খাবলৈ অনুৰোধ কৰা নাই, কিন্তু তুমি মঙহ খোৱা উচিত, কাৰণ মঙহ নাখালে তোমাৰ নচলিব।"

"আপোনাৰ এই স্নেহোপদেশৰ বাবে ধন্যবাদ, কিন্তু মই মোৰ আইৰ ওচৰত মঙহ স্পৰ্শ নকৰোঁ বুলি দৃঢ় শপত খাই আহিছোঁ, গতিকে মঙহ খোৱাৰ কথাটো মনলৈ আনিবই নোৱাৰোঁ। বৰঞ্চ মঙহ নোখোৱাকৈ তাত থাকিব নোৱাৰা যেন দেখিলে ভাৰতলৈ উলটি যাম, তথাপি ইংলণ্ডত থাকিবৰ কাৰণেই মই মঙহ নাখাওঁ।"

আমি বিস্কে উপসাগৰত সোমালোঁ, তথাপিও মঙহ কিম্বা মদৰ আৱশ্যক মই অনুভৱ নকৰিলোঁ। মোক মঙহ নোখোৱাৰ বিষয়ে চাৰ্টিফিকেট ল'বলৈ কোৱা হৈছিল, ইংৰাজজনক কোৱাত বৰ বং মনেৰে এখন দিলে; মইও যত্ন কৰি থ'লোঁ। কিন্তু দেখিলোঁ যে মঙহ খালেও তেনে কাকত পোৱা যায়, তেতিয়া মোৰ সত্য কথাত বিশ্বাস নকৰিলে, এনেবিধৰ চাৰ্টিফিকেট ৰখাৰনো প্ৰয়োজন কি এয়েই মোৰ ভাব হ'ল।

আমি শনিবাৰে ছাউথাম্‌টন পালোঁগৈ। জাহাজত ক'লা সাজ পিন্ধিছিলোঁ। মোৰ বন্ধুৱে বিলাতত ভৰি দিয়েই পিন্ধিবৰ কাৰণে বগা 'ফেলালিন'ৰ পোছাক এযোৰ ঠিক কৰি দিছিল। মই সেইযোৰ পিন্ধি ললোঁ। তেতিয়া আছিল চেপ্টেম্বৰ মাহৰ শেষ। জাহাজত কেৱল ময়েইহে তেনে সাজ পিন্ধিছিলোঁ। সহযাত্ৰীসকলে মাল-বস্তু গ্ৰিণ্ডলে কোম্পানীৰ মেনেজাৰ এজনক গতাই দিয়া দেখি ময়ো তাকে কৰা উচিত বুলি ভাবি মোৰ পেৰা-পেটাৰী সোপাকে চাবি-কাঠিয়ে সৈতে সেই এজেণ্টৰ হাতত শোধাই থৈ আহিলোঁ। ডাক্তৰ পি, জে, মেহতা, মিষ্টাৰ দানপতৰাম ছুকলা, প্ৰিন্স ৰঞ্জিৎ সিং আৰু দাদাভাই নৌ-ৰোজিৰ ওচৰলৈ পৰিচয়-পত্ৰ লৈ গৈছিলোঁ। জাহাজতে কোনোবা এজনে ভিক্টোৰিয়া হোটেলত থকাই ভাল বুলি কোৱাত আমি তালৈকে গ'লোঁ। ইমানবোৰ মানুহৰ মাজত ময়েহে বগা সাজ পিন্ধি বৰ অসহ্য লাজ পাইছিলোঁ। তাৰ পিচত হোটেল পাই যেতিয়া জানিলোঁ যে পিচদিনা ৰবিবাৰ আৰু সেইবাবে মাল-বস্তু নাপাওঁ তেতিয়া মই বৰ বিৰক্ত হলোঁ।

ডাক্তৰ মেহতালৈ ছাউথাম্‌টনৰপৰা টেলিগ্ৰাম কৰিছিলোঁ তেওঁ সেই দিনাই আমাক সন্ধ্যা ৮টা বজাত দেখা কৰিছিলহি। তেওঁ মোক আন্তৰিক সম্ভাষণ জনাইছিল। কিন্তু মোৰ পোছাক দেখা পাইহে হাঁহিছিল। দুয়ো কথা-বতৰা পাতি থাকোঁতেই তেওঁৰ টুপীটো বাটিত পৰাত তুলি লৈ নিমজ পাই ওপৰে ওপৰে হাত ফুৰাইছিলোঁ।

টুপীটোৰ নোমবোৰ ওভোটা সোভোটা হৈ পৰিল। মেহতাই অলপ খংমুৱাকৈ মোৰ কালে চাই তেনে কৰিবলৈ হাক দিলে। কিন্তু অগৰ লগালোঁৱেই। এয়েই মোৰ ইংৰাজী চাল-চলনত প্ৰথম বৰ্ণ-পৰিচয়। ডাক্তৰ মেহতাই কিন্তু হাঁহি-ধেমালিৰে ইংৰাজী চাল-চলনত দীক্ষা দি ক'লে, "আনৰ বস্তুত হাত নিদিবা, প্ৰাৰম্ভত লোধাৰ দৰে যাকে-তাকে প্ৰশ্ন নকৰিবা, ৰব কথাকৈ কথা নক'বা,

আৰু কাকো 'চাৰ' বুলি সম্বোধন নকৰিবা, কাৰণ 'চাৰ' বুলি ইয়াত চাকৰে কিম্বা তলতীয়া কৰ্মচাৰীয়ে প্ৰভুক সম্বোধন কৰে" ইত্যাদি ইত্যাদি। তেওঁ আৰু ক'লে, হোটেলত থকা বৰ ব্যয়সাধ্য হ'ব, সেই দেখি সুকীয়াকৈ কোনো ইংৰাজ পৰিয়ালৰ মাজত থাকিবলৈ তেওঁ পৰামৰ্শ দিলে। যি হওক, সোমবাৰে এই সম্পৰ্কে স্থিৰ কৰা হ'ব বুলি কোৱা হ'ল। মিষ্টাৰ মজুমদাৰ আৰু মই হোটেলত থাকি বৰ ভাল পোৱা নাছিলোঁ। তাত খৰচো বেচি পৰিছিল। তাতে এজন সিন্ধী সহযাত্ৰীও আহি আছিল। তেওঁ মনুটাৰপৰা আহিছিল। তেওঁৰ লগত মজুমদাৰৰ বন্ধুত্ব হৈছিল। লণ্ডন তেওঁৰ ভালকৈ জনা আছিল, তেওঁ আমাৰ কাৰণে ঠাই বন্দোবস্ত কৰি দিম বোলাত আমিও সন্মতি জনালোঁ। সোমাবাৰে মোৰ মালামাল পায়েই হোটেলৰ বিল চুক্তি কৰি সেই সিন্ধীবন্ধুজনে বন্দোবস্ত কৰা ঠাইলৈ বাওনা হ'লোঁ। মোৰ মনত আছে হোটেলত তিনি পাউণ্ড দিব লগা হোৱাত মই আচৰিত হৈছিলোঁ—তাত দিয়া কোনো খাদ্যই ৰুচিকৰ পোৱা নাছিলোঁ; কোনোবিধ খাদ্য ভাল নাপালে আন কিবা খুজিলে দুয়োবিধৰ দাম সমানে দিব লগা হৈছিল। এই কেইদিন আকৌ মই মোৰ লগত বোম্বাইৰপৰা অনা খাদ্যকে খাই থাকিব লগাত পৰিছিল।

এই নতুন ঠাইতো মোৰ মনত শান্তি নহ'ল। দেশ আৰু ঘৰৰ কথা সদায় মোৰ মনলৈ আহিবলৈ ধৰিলে। মাতৃৰ মৰমৰ স্মৃতি মনৰপৰা নুগুচাই হ'ল। ৰাতি দুয়ো গালেদি চকুলো বৈ যাব ধৰিলে আৰু ঘৰৰ কত বিধৰ স্মৃতি মনত পৰি মোৰ টোপনি নহা হ'ল। মোৰ এই দুৰ্দশাৰ কথা কাকো জনোৱা অসম্ভৱ। জনাব পাৰিলেও, তাৰপৰাও 'কি লাভ হ'লহেঁতেন? মোক সান্ত্বনা দিব পৰা একোৱেই নাছিল! সকলো আচহুৱা মানুহ, তেওঁলোকৰ আচাৰ-ব্যৱহাৰ, থকা-মেলা, সকলোবোৰেই মোৰ কাৰণে আচহুৱা।

ইংৰাজৰ আচাৰ-ব্যৱহাৰত মই সম্পূৰ্ণ অনভিজ্ঞ, সেইধাৰে সদায় সাৱধানে ফুৰিব লগা হৈছিল। ইয়াৰ উপৰিও, নিৰামিষভোজী হৈ থাকিম বুলি যি শপত খাইছিলোঁ, সিও মোৰ পক্ষে আহুকাল হ'ল। যিবিলাক বস্তু মই খাব পাৰোঁ সেইবিলাকত মোৰ সোৱাদ লগা নাছিল, বৰঞ্চ বেযাহে পাইছিলোঁ। এতিয়া মই উভয় সঙ্কটত পৰা দি পৰিলোঁ। বিলাতত থকা মোৰ পক্ষে টান হ'ল, কিন্তু ভাৰতলৈ উলটি যোৱাৰ কথাও ভাবিব নোৱাৰি। এবাৰ যেতিয়া আহিলোঁ, কোনোমতে এই তিনি বছৰ শেষ কৰিবই লাগিব বুলি মোৰ অন্তৰৰ বাণী শুনিবলৈ পালোঁ।

## মোৰ বাছনি

সোমবাৰে মোৰ লগ ধৰিবলৈ ডাক্তৰ মেহতা ভিক্টোৰিয়া হোটেললৈ গ'ল। তালৈ গৈ আমি সেই ঠাই এবাৰ বাতৰি পাই তেওঁ আমাৰ নতুন ঠিকনাত উপস্থিত হ'লগৈ। মোৰ নিজৰ দোষত জাহাজত থকা অৱস্থাতে মোৰ গাত বেছুৰে দেখা দিছিল। আমি জাহাজত গা-পা ধোৱা কামত সাগৰৰ পানী ব্যৱহাৰ কৰিছিলোঁ। সাগৰৰ পানীত চাবোন মিহলি হৈ নাযায়। মই হ'লে এই পানীতেই চাবোন লগাইছিলোঁ, সভ্য বোলাবলৈ গৈ সদায় চাবোন ব্যৱহাৰ কৰিছিলোঁ আৰু ফলত মোৰ গা পৰিষ্কাৰ নহৈ তাত তৰপে তৰপে মলিহে বহি থাকলৈ ধৰিলে আৰু শেষত গাত বেছুৰে দেখা দলে। ডাক্তৰ মেহতাক দেখুৱাত তেওঁ 'এচেটিক এচিড' লগাবলৈ ক'লে। এচিডৰ পোৰণিত কন্দাৰ কথা এতিয়াও মই পাহৰা নাই। মেহতাই মই থকা খোটালীটো আৰু তাৰ সাজ-সৰঞ্জাম দেখি অসন্তোষ প্ৰকাশ কৰিলে।

তেওঁ ক'লে, "ওহোঁ, এনেকৈ তোমাৰ নচলিব। আমি বিলাতলৈ অহাৰ উদ্দেশ্য কেৱল লিখা-পঢ়া শিকাই নহয়, ইংৰাজ-জীৱনৰ অভিজ্ঞতা লাভো এটা প্ৰধান উদ্দেশ্য। এই কাৰণেই তুমি কোনো ইংৰাজ পৰিয়ালৰ লগত থকা উচিত। কিন্তু এনে কৰাৰ আগতে সেই বিষয়ে তোমাৰ কিছু শিক্ষাৰ আৱশ্যক। বাৰু, মই তাৰ দিহা কৰিম।"

মই কৃতজ্ঞতাৰে সৈতে তেওঁৰ কথা মানি ল'লোঁ, আৰু তেওঁ থকা ঠাইলৈ গ'লোঁ। তেওঁ মোক বৰ মৰম কৰিছিল আৰু তেওঁ মোৰ সুখ-সুবিধালৈ সদায় চকু দিছিল। তেওঁ মোক নিজৰ ভায়েকৰ দৰে চাইছিল আৰু ইংৰাজী আদব-কায়দা মোক সদায় শিকাইছিল। ইংৰাজী ভাষাৰ ব্যৱহাৰতো তেওঁ মোক পাকৈত কৰি তুলিছিল।

মোৰ খোৱা-বোৱা কিন্তু এটা সমস্যা হৈ উঠিল। নিমখ আৰু মছলা নিদিয়াকৈ সিজোৱা আলু শাক আদি মই অকণো ভাল পোৱা নাছিলোঁ। 'লেণ্ড লেডী'* গৰাকী মোৰ আহাৰ লৈ বিপাঙত পৰিল। পুৱা 'ওট-মিল' সিজোৱা আমি খাইছিলোঁ আৰু ইয়াৰে মোৰ ভোকো গুচিছিল কিন্তু আবেলি আৰু ৰাতি মই ভোকতে থাকিব লগীয়া হৈছিল। মোৰ বন্ধু গৰাকীয়ে মোক সদায় মাংস খাবলৈ অনুৰোধ কৰি আছিল, মুই কিন্তু মোৰ প্ৰতিজ্ঞামতে এইবিলাকৰপৰা আঁতৰি আছিলোঁ। আবেলি আমি ৰুটি আৰু জাম খাইছিলোঁ। অলপ সৰহকৈ মোৰ খোৱাৰ অভ্যাস আছিল কিন্তু দুডোখৰ বা তিনডোখৰতকৈ সৰহ ৰুটি খোৱা ভদ্ৰতাবিৰোধী বুলি সৰহকৈ মই নাখাইছিলোঁ। ইয়াৰ উপৰি আবেলি আৰু ৰাতিৰ কাৰণে গাখীৰৰ বন্দোবস্ত নাছিল।

*বিলাতত বহুতো পৰিয়ালত খৰচ লৈ আলহী ৰখা হয়। ঘৰৰ সকলো তত্বাৱধান কৰোঁতা গৃহিণীকেই লেণ্ড লেডী বোলা হয়।

বন্ধু গৰাকীয়ে মোৰ এনে গতি দেখি বৰ খং কৰি কৈছিল, "তুমি মোৰ ভাই হোৱা হ'লে তোমাক আকৌ দেশলৈ ওলোটাই পঠালোঁ-হেঁতেন ; এই দেশৰ অৱস্থা একো নজনাকৈ অশিক্ষিতা মাৰাৰ আগত কৰা প্ৰতিজ্ঞা এটাৰ মূল্য কি ? ইয়াক দৰাচলতে প্ৰতিজ্ঞা বুলিবই নোৱাৰি, আইন মতেও ই প্ৰতিজ্ঞাৰ শাৰীত নপৰে। তুমি কেৱল কুসংস্কাৰৰ বশতহে এই কথাত লাগি আছা। আৰু এই জেদৰ কাৰণে তোমাৰ একো লাভ নহয়। এসময়ত মাংস খাইছিলো আৰু এতিয়া নিতান্ত আৱশ্যক হোৱা সত্বেও তুমি মাংস নোখোৱা। কেনে আচৰিত তোমাৰ আচৰণ!"

মই হ'লে অচল অটল, নিজৰ প্ৰতিজ্ঞা নেৰিলোঁ। প্ৰতিদিন বন্ধু গৰাকীয়ে এই বিষয়ে মোৰ লগত তৰ্ক কৰিবলৈ ধৰিলে ; মোৰ মুখত 'নহয়'ৰ বাহিৰে আন কথা নাছিল। তেওঁ যিমানেই যুক্তি-তৰ্কৰে মোক বুজাবলৈ চেষ্টা কৰে মই সিমানেই অচল-অটল হৈ প্ৰতিজ্ঞাকহে আকোঁৱালি ধৰিবলৈ যত্ন কৰোঁ। মোক সহায় কৰিবলৈ প্ৰতিদিন মই ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰিছিলোঁ আৰু প্ৰাৰ্থনা পূৰণ হ'ল। ইয়াতেই মনত বৰ বল পালোঁ। ধৰ্ম্মৰা সেৱিকা বস্তাই সকলতেই মোৰ হিয়াত বিশ্বাসৰ যি গুটি সিঁচিছিল এতিয়াহে তাৰ ফল ভোগ কৰিলোঁ।

এদিন বন্ধুজনে মোৰ আগত বেন্থামৰ ( Bentham Theory of Utility ) বোলা কিতাপখন পঢ়িবলৈ ধৰিলে। মই মহা বিপদত পৰিলোঁ। এই কিতাপৰ ভাষা মোৰ পক্ষে অবোধ্য আছিল। তেওঁ এই বিষয়ে আলোচনা আৰম্ভ কৰি দিলে। "মোক ক্ষমা কৰিব, এই দুৰ্বোধ্য কথাবোৰ মই চুকি নাপাওঁ ;" বুলি মই ক'লোঁ। "মই স্বীকাৰ কৰোঁ যে মাংস খোৱা উচিত। কিন্তু মই প্ৰতিজ্ঞা ভঙ্গ কৰিবলৈ অপাৰগ। মই এই বিষয়ে আপোনাৰ তৰ্কত পৰাস্ত কৰা দূৰত থাওক, একো কৰিব নোৱাৰোঁ। অনুগ্ৰহ কৰি মই মূৰ্খ ক

অবাধ্য বুলি ভাবি ক্ষমা কৰক। মই জানো, আপুনি মোক ভাল পায় আৰু আপুনি মোৰ মঙ্গলাকাঙ্ক্ষা কৰে ; আপুনি মোৰ উপকাৰৰ কাৰণেই এই বিষয়ে তৰ্ক কৰিছে বুলি মই জানো, কিন্তু এই প্ৰতিজ্ঞা মই কেতিয়াও ভাঙিব নোৱাৰোঁ।

বন্ধু গৰাকীয়ে আচৰিত হৈ মোৰ ফালে চাই কিতাপখন বন্ধ কৰি ক'লে, "বেছ, মই আৰু তৰ্ক নকৰোঁ।" ময়ো মনে মনে আনন্দ পালোঁ। তেওঁ এই বিষয়ে আৰু কেতিয়াও আলোচনা কৰা নাছিল। কিন্তু মোৰ সুখ-স্বচ্ছন্দতাৰ কাৰণে তেওঁ সদায় যত্ন কৰিছিল। মাংস নাখাই নাখাই দুৰ্বল হৈ বিলাতত মই সুস্থ শৰীৰে থাকিব নোৱাৰিম বুলি ভাবি তেওঁৰ মনত দুশ্চিন্তা হৈছিল।

এনেকৈ এমাহলৈ মোৰ শিক্ষা হ'ল। বন্ধুজনৰ ঘৰ আছিল 'ৰিচমণ্ড'ত (Richmond)। তালৈ সপ্তাহে এবাৰ কি দুবাৰ মাত্ৰ যাব পাৰিছিলোঁ। সেই কাৰণে ডাক্তৰ মেহটা আৰু ডাক্তৰ দলপতৰাম শুক্লাই মোক ইংৰাজ পৰিয়ালত থোৱা স্থিৰ কৰিলে আৰু পশ্চিম কেনচিংটনত ভাৰত-ফেৰা ইংৰাজ এগৰাকীৰ লগত বন্দোবস্ত কৰি তেওঁৰ ঘৰত থলে। 'লেণ্ড লেডী' গৰাকী বিধৱা আছিল। মই তেওঁক মোৰ প্ৰতিজ্ঞাৰ কথা কলোঁ। তেওঁ উচিত মতে মোৰ আলপৈছান ধৰিবলৈ গাত ললে আৰু মই তেওঁৰ তাত থাকিবলৈ ললোঁ। কিন্তু ইয়াতো মই আচলতে ভোকতেই দিন নিয়াৰ লগাত পৰিলোঁ। ঘৰলৈ মিঠাই প্ৰভৃতি পঠিয়াবলৈ লিখিছিলোঁ, কিন্তু তেতিয়াও সেইবোৰ পৈ পোৱা নাছিল। মই একোতে আনন্দ নোপোৱা হ'লোঁ। দিনৌ বুঢ়ী তিৰোতা গৰাকীয়ে মই খোৱা-বোৱা কেনে পাইছোঁ সুধিছিল; বেচেৰীয়ে কৰিবই বা কি? এতিয়াও মোৰ স্বভাৱ আগৰ দৰেই লাজকুৰীয়া আছিল। সেইবাবে কেতিয়াও বিচাৰি খাবাইছিলোঁ। বুঢ়ী গৰাকীৰ দুজনী ছোৱালী আছিল। তেওঁলোকে মোক যাঁচি মোক এডোখৰ বা দুডোখৰ

ৰুটি সৰুঁকৈ খুৱাইছিল। এটা গোটা পাউৰুটি নহ'লে যে মোৰ ভোক নুগুচে সেই কথা তেওঁলোকে জানে কেনেকৈ?

কিন্তু লাহে লাহে সকলো ঠাই চিনি পোৱা হ'লোঁ। মই তেতিয়াও নিয়মিতৰূপে পঢ়া-শুনা আৰম্ভ কৰা নাই। মিঃ ছুক্লাৰ উদগনিত বাতৰি কাকত পঢ়িবলৈ আৰম্ভ কৰিলোঁ। ভাৰতবৰ্ষত থাকোঁতে বাতৰি কাকত পঢ়া মোৰ মনত নপৰে। ইয়াত কিন্তু সদায় নিয়মিতভাৱে বাতৰি কাকত পঢ়া মোৰ অভ্যাস হ'ল। মই সদায় 'ডেইলি নিউজ', 'ডেইলি টেলিগ্ৰাফ' আৰু 'পল মল গেজেট' —এইবিলাক কাগজ পঢ়িছিলোঁ। এই কামত মোৰ মুঠেই এঘণ্টা-মান সময়হে খৰচ হৈছিল। বাতৰি কাকত পঢ়ি অঁতাই বাটে বাটে মই ঘূৰি ফুৰিবলৈ আৰম্ভ কৰিলোঁ। মই ফুৰিছিলোঁ নিৰামিষ হোটেল এটাৰ সন্ধানত। 'লেণ্ড লেডী' গৰাকীয়ে চহৰৰ ভিতৰত তেনে হোটেল আছিল বুলি কৈছিল। মই দিনে ১০।১২ মাইল ফুৰি সন্ধ্যা হোটেল এটাত সোমাই পেট ভৰাই ৰুটি খাইছিলোঁ; কিন্তু তথাপিও মোৰ তৃপ্তি নহৈছিল। এনেকৈ ঘূৰি ফুৰোঁতে এদিন ফেৰিংডন ষ্ট্ৰীটত নিৰামিষ ভোজনাগাৰ এটা দেখিবলৈ পালোঁ। সৰু সৰু ল'ৰা-ছোৱালীয়ে মনৰ জোখাই পুতলা পালে যিদৰে ৰং পায় এই হোটেলটি দেখি ময়ো ঠিক সেইদৰে মনত ৰং পালোঁ। ভিতৰত নোসোমাওঁতেই দুৱাৰমুখত আইনাৰ দেৰাজ এটাত কিছুমান কিতাপ বিক্ৰীৰ নিমিত্তে থোৱা দেখিলোঁ। তাৰ ভিতৰত চণ্টৰ "নিৰামিষ আহাৰ খোৱাৰ কাৰণ" নামৰ কিতাপ এখনো আছিল। এই কিতাপখন এক চিলিং দি কিনি, খোৱা খোটালীলৈ সোমাই গ'লোঁ। বিলাতলৈ অহাৰ পিচৰপৰা ইয়াতে মই প্ৰথমে তৃপ্তিৰে সৈতে এসাজ খাওঁ। যি হওক, ঈশ্বৰে মুৰ তুলি মোলৈ চালে।

মই চণ্টৰ কিতাপখন ইমুৰৰপৰা সিমুৰলৈ পঢ়ি বৰ ভাল পালোঁ। এই কিতাপখন পঢ়াৰ দিনাৰপৰা মই নিজ ইচ্ছামতে নিৰামিষভোজী

হৈছোঁ বুলি কব পাৰোঁ। ঈশ্বৰক ধন্যবাদ যে মই আইৰ আগত এদিন এনে প্ৰতিজ্ঞা কৰিছিলোঁ। মই ইমান দিন কেৱল প্ৰতিজ্ঞাত বান্ধ খাইহে মাংস নোখোৱাকৈ আছিলোঁ, কিন্তু মনে মনে মই সকলো ভাৰতবাসীয়ে মাংস খোৱা উচিত বুলি ভাবিছিলোঁ আৰু এদিন ময়ো তেনে কৰিম বুলি স্থিৰ কৰিছিলোঁ। কিন্তু এতিয়া মোৰ মন নিৰামিষ আহাৰৰ ফালে ঢাল খালে, আৰু তেতিয়াৰপৰা ইয়াৰ প্ৰচাৰ মোৰ জীৱনৰ ব্ৰতৰ দৰে হ'ল।

## ইংৰাজ ভদ্ৰলোকৰ ভাৰত

দিনে নিৰামিষ আহাৰৰ ওপৰত মোৰ আস্থা বাঢ়িবলৈ ধৰিলে। চল্টৰ কিতাপখন পঢ়ি আহাৰ-বিষয়ক কিতাপ পঢ়িবলৈ মোৰ স্পৃহা বাঢ়িল। মই এই বিষয়ৰ কিতাপ বিচাৰি বিচাৰি পঢ়িবলৈ ধৰিলোঁ। হাৱাৰ্ড ৱিলিয়মছে তেওঁৰ "আহাৰ-বিজ্ঞান" নামক কিতাপখনত নানা সমাজৰ আদিম যুগৰেপৰা বৰ্তমান সময়লৈকে মানুহৰ আহাৰৰ বিষয়ে আলোচনা কৰি সকলো যুগৰ ধৰ্মবীৰ আৰু দাৰ্শনিকসকল যে নিৰামিষাহাৰী আছিল তাক দেখুৱাবলৈ চেষ্টা কৰিছে। ডাঃ ম্নিছেছ এন কিংচফোৰ্ডৰ কিতাপখনো মনোমোহা। ডাঃ এলিচনৰ স্বাস্থ্যবিষয়ক প্ৰবন্ধবোৰেও মোক বৰ সহায় কৰিছিল। তেওঁৰ মতে মানুহে আহাৰত নিয়মীয়া হৈ অসুখ বিসুখ কমাব পাৰে। তেওঁ নিজেও নিৰামিষাহাৰী, তেওঁৰ ৰোগীবিলাককো নিৰামিষভোজী হবলৈ উপদেশ দিছিল। এই কিতাপবিলাক পঢ়াৰ ফলত মই নিজৰ ওপৰতে আহাৰৰ বিষয়ে নানা পৰীক্ষা আৰম্ভ কৰিলোঁ। আৰম্ভতে

স্বাস্থ্যৰ ফালৰপৰাই মই এই পৰীক্ষাবিলাক কৰিছিলোঁ, কিন্তু শেষত সেইবিলাক মোৰ বাবে ধৰ্মৰ এটা অঙ্গস্বৰূপ হৈ পৰিল।

মোৰ বন্ধু গৰাকী কিন্তু সদায় মোৰ কাৰণে চিন্তিত আছিল। মোলৈ তেওঁৰ মৰমেই আশঙ্কাৰ মূল কাৰণ আছিল। তেওঁ ভাবিছিল যে মাছ মাংস নাখালে মোৰ স্বাস্থ্য ভঙ্গ হব আৰু মোৰ শিক্ষাও একো নহব, কাৰণ তেওঁ বিশ্বাস কৰিছিল যে বিলাতত নিৰামিষভোজী হ'লে ইংৰাজ সমাজত মই কেতিয়াও ভালকৈ চলা-ফুৰা কৰিব নোৱাৰিম। মই নিৰামিষ আহাৰবিষয়ক কিতাপত মন পুতি লগাৰ বাতৰি পাই তেওঁ ভয় খালে। কাৰণ তেওঁ ভাবিছিল যে এই কিতাপবিলাক পঢ়ি মোৰ মস্তিষ্ক বিকৃত হব আৰু মই এইবিলাক কামত সময় নষ্ট কৰি নিজৰ লিখা-পঢ়ালৈ মন দিবলৈ এৰিম। মোৰ মত পৰিবৰ্তন কৰিবলৈ তেওঁ এটা শেষ চেষ্টা কৰিলে। তেওঁ এদিন মোক থিয়েটাৰ চাবলৈ মাতিলে। থিয়েটাৰ চাবলৈ যোৱাৰ আগতে তেওঁ হলবৰ্ণ ভোজনাগাৰলৈ চাই যাবলৈ মোক নিমন্ত্ৰণ কৰিলে। এই ভোজনাগাৰটি মোৰ বাবে এটি প্ৰাসাদৰ দৰে লাগিছিল আৰু ভিক্টোৰিয়া হোটেলৰ বাহিৰে এনে ডাঙৰ ভোজনাগাৰলৈ মই কেতিয়াও যোৱা নাছিলোঁ। ভিক্টোৰিয়া হোটেল মোৰ বাবে সুখৰ নাছিল; তেতিয়া মোৰ মন বৰ বিশৃংখল আছিল। মই ভদ্ৰতাৰ খাতিৰত একো প্ৰতিবাদ নকৰিম বুলি ভাবি বন্ধু গৰাকীয়ে মোক এই ঠাইলৈ নিছিল। চাৰিওফালে বহুতো মানুহ খাবলৈ বহিছে। মাজৰ এখন মেজ লৈ বন্ধু গৰাকী আৰু মই বহিলোঁ। প্ৰথমতে 'চুৰুহা' (Soup) আনি দিলে। এই বস্তুটি কিহেৰে তৈয়াৰী মই জনা নাছিলোঁ; লগৰীয়া জনকো সুধিবলৈ সাহ নহ'ল। মই পৰিবেশন কৰোঁতা খানছামাটোক মতাই আনালোঁ। বন্ধুৱে মোৰ কথা বতৰা দেখি খংমুৱাকৈ 'কি হৈছে' বুলি সুধিলে। মই ভয়ে ভয়ে উত্তৰ দিলোঁ, "চুপটো নিৰামিষ হয়নে জানেহে

জানিব বিচাৰিছোঁ।" তেওঁ খণ্ডত জ্বলি পকি উত্তৰ দিলে, "তুমি ভদ্ৰ সমাজৰ অযোগ্য। যদি ভালকৈ ব্যৱহাৰ কৰিব নোৱাৰা, তেন্তে তুমি উঠি যোৱা, অন্য কোনো ঠাইত খাই লৈ মোৰ কাৰণে বাহিৰত বাট চাব পাৰা।" ওচৰতে নিৰামিষ ভোজনাগাৰ এটি আছিল, কিন্তু তেতিয়া সেইটো বন্ধ, গতিকেই সেই ৰাতি মোৰ আৰু খোৱা নহ'ল। মই বন্ধু গৰাকীৰ লগত থিয়েটাৰলৈ গ'লোঁ, কিন্তু তেওঁ আৰু সেই ঘটনাৰ কথা উল্লেখকে নকৰিলে। মোৰ ফালৰপৰা অৱশ্যে কবলগীয়া একো নাছিল।

বন্ধু গৰাকীৰ লগত বিৰোধ হোৱা ঘটনা ইয়াতেই শেষ। কি কাৰণে তেওঁ এইদৰে যত্ন কৰিছিল মই জানিছিলোঁ। অন্তৰত তেওঁৰ উদ্দেশ্যৰ মই শলাগ লৈছিলোঁ। ভাব আৰু কামত আমাৰ মাজত অমিল হ'লেও তেওঁলৈ মোৰ শ্ৰদ্ধা নুটুটি বাঢ়িছিলহে।

ইংৰাজ সমাজত চলা-ফুৰা কৰিবলৈ নিৰামিষভোজীৰ যিবিলাক অসুবিধা আছিল, সেইবিলাক গুচাবলৈ ভদ্ৰ সমাজৰ উপযোগী আন আন গুণবিলাক অভ্যাস কৰি, ভৱিষ্যতলৈ এইদৰে অসভ্য নহওঁ বুলি আশ্বাস দি তেওঁক নিশ্চিন্ত কৰা মই স্থিৰ কৰিলোঁ। এই কাৰণেই মোৰ পক্ষে ইংৰাজ ভদ্ৰলোক হোৱাৰ অসম্ভৱ কামটোকে সম্ভৱ কৰাত লাগি গ'লোঁ।

বোম্বাইৰ ফেচন মতে কৰোৱা যিবোৰ কাপোৰ-কানি আছিল, সেইবোৰ সমাজত চলা-ফুৰাৰ কাৰণে অনুপযুক্ত বুলি ভাবি মই 'আৰ্মি এণ্ড্ নেভি ষ্টোৰ্চ' নামৰ দোকান এখনত নতুন কাপোৰ-কানি কৰালোঁ। ১৯ চিলিং দি এটা বেচি দামৰ টুপি কিনি ললোঁ। ইয়াতো সন্তুষ্ট নহৈ লণ্ডনৰ ফেচন মতে চকুত লগা বস্তৰ কেন্দ্ৰ বণ্ড ষ্ট্ৰীটত গধূলি পিন্ধিবলৈ উপযোগী 'ছুট' এটাত ১০ পাউণ্ড খৰচ কৰিলোঁ। মোৰ উদাৰচিতীয়া ককাইদেউলৈ লিখি ঘড়ীৰ বাবে দুধাৰি সোণৰ 'চেইন' অনাই ললোঁ। তৈয়াৰী নেকটাই পিন্ধাটো ভদ্ৰতাঅনুমোদিত।

নহয় বুলি জানি 'টাই' বন্ধা শিকি ললোঁ। ভাবতত থাকোঁতে আমাৰ ঘৰুৱা নাপিতে মোৰ ডাড়ি মুৰ খুৰাই দিওঁতেহে আঁচি চোৱাৰ সৌভাগ্য লাভ কৰিছিলোঁ; কিন্তু ইয়াত মই নিতৌ 'টাই' বান্ধি আৰু ভদ্ৰতানুমোদিতভাৱে চুলি আঁচুৰি দিনে দহ মিনিট সময় নষ্ট কৰিছিলোঁ। মোৰ চুলি ঠৰঙা আছিল গতিকে চুলি আঁচোৰা, বুৰুজৰে সেওঁতা ঠিক কৰোঁতে নিতৌ মোৰ পৰিশ্ৰম ভালকৈয়ে হৈছিল। টুপিটো মূৰৰপৰা সোলোকোৱাৰ লগে লগে চুলি ঠিক কৰিবৰ কাৰণে মোৰ হাত আপোনা আপুনি মূৰলৈ যোৱা হ'ল, তাৰ লগে লগে অৱশ্যে ভদ্ৰ-সমাজত কাপোৰ-কানি আদি ঠিক ৰাখিবৰ কাৰণে কৰা হাতৰ নানা ব্যৱহাৰো মোৰ অভ্যাস হৈ গ'ল।

এই সমাজত চলা-ফুৰা কৰিবলৈ এয়ে যেন যথেষ্ট নহয় বুলি ভাবি মই আনুষঙ্গিক আন আন কথালৈ মন দিবলৈ ধৰিলোঁ। ইংৰাজ ভদ্ৰলোকৰ দৰে চলা-ফুৰা কৰিবলৈ যত্ন কৰা মোৰ সাধনাৰ বস্তু হোৱাদি হ'ল। এই সাধনাত সিদ্ধিলাভ কৰিবলৈ হ'লে, নাচ, ফৰাছী ভাষা জনা আৰু বক্তৃতা দিয়া এই তিনটি কাম শিকিবলৈ কিছুমানে পৰামৰ্শ দিলে। ফৰাছী ভাষাটো কেৱল ফ্ৰান্সতেই নহয়, প্ৰায় সমগ্ৰ ইউৰোপতে চলে আৰু লগে লগে মোৰ ইউৰোপ ভ্ৰমণৰ ইচ্ছাও আছিল। মই এটা 'টাৰ্ম' (প্ৰায় ৪ মাহ) তিনি পাউণ্ড দি এখন স্কুলত নাচ শিকিবলৈ স্থিৰ কৰিলোঁ। তিনি সপ্তাহত মই বোধকৰোঁ ছবাৰকৈ তালৈ গৈছিলোঁ, কিন্তু নৃত্য-কলাৰ লীলায়িতগতি আয়ত্ত কৰা মোৰ পক্ষে অসম্ভৱ আছিল। মই কেতিয়াও তাল ৰাখিব নোৱাৰিছিলোঁ। মই মহা বিপদত পৰিলোঁ। এটা সাধু কথা আছে যে, সন্ন্যাসী এগৰাকীয়ে এন্দুৰ খেদাবলৈ এজনী মেকুৰী ৰাখিছিল, কিন্তু মেকুৰীক গাখীৰ খুৱাবলৈ এজনী গাই ৰাখিব লগীয়া হ'ল আৰু গাইজনী ৰাখিবলৈ এটা গুৱাল ৰাখিলে। এই দৰে সন্ন্যাসীৰ পৰিয়াল বাঢ়ি

যোৱাৰ দৰে মোৰ মনো বাঢ়ি গ'ল। মই ভাবিলোঁ পাশ্চাত্য সঙ্গীতৰ মাধুৰ্য্য বুজিবলৈ বেহেলা শিকা উচিত। গতিকে ৩ পাউণ্ড দি এখন বেহালা কিনি অলপ গুৰুদক্ষিণা দি সঙ্গীত-চৰ্চা আৰম্ভ কৰিলোঁ। মই এক গিণি দক্ষিণা দি বক্তৃতা দিয়া শিকাবলৈ আন এগৰাকী শিক্ষকো ধৰিলোঁ। তেওঁ বেলৰ 'ষ্টেণ্ডাৰ্ড এলোকিউশ্যনিষ্ট' নামৰ কিতাপখন মোৰ পাঠ্যপুস্তক স্বৰূপে মনোনীত কৰিলে। মই কিতাপখন কিনি পিটৰ* এটা বক্তৃতাৰে আৰম্ভ কৰিলোঁ।

কিন্তু মিঃ বেলে জানিবা মোৰ কাণৰ গুৰিত সময়ৰ জাননী দি টিলিঙা বজাই দিলে; ইয়াতেই মই সতৰ্ক হ'লোঁ।

মনে মনে ভাবিবলৈ ধৰিলোঁ, "মইতো বিলাতত চিৰজীৱন নাথাকোঁ এই বক্তৃতা শিকাৰ নো মোৰ আৱশ্যকতা কি? আৰু নাচিব নাজানিলেই নো মানুহ ভদ্ৰলোক নহয়নে? বেহেলাতো মই নিজৰ দেশতো শিকিব পাৰোঁ। মই আহিছোঁ ইয়াত লিখা-পঢ়া শিকিবলৈ, গতিকে তাতে মই মন পুতি লগা উচিত। মোৰ উদ্দেশ্য ব্যেৰিষ্টাৰ হোৱা। যদি চৰিত্ৰবলত ভদ্ৰলোক হব পাৰি ভালেই, নহ'লে, সেই আকাঙ্ক্ষা এৰাই উচিত।

এইবিলাক ভাব মোৰ মনলৈ আহিবলৈ ধৰিলে। মই এই ভাববিলাক প্ৰকাশ কৰি বক্তৃতা শিকোৱা শিক্ষকজনলৈ এখন চিঠি লিখিলোঁ আৰু লগে লগে বক্তৃতা শিকাৰপৰা মোক অব্যাহতি দিবলৈ তেওঁক খাটিলোঁ। বক্তৃতা শিক্ষা মই আৰম্ভতে কৰিছিলোঁ।

নাচ শিকোৱা মানুহজনলৈকো একে দৰে চিঠি এখন লিখিলোঁ; আৰু বেহালা শিক্ষয়িত্ৰীৰ লগত নিজে সাক্ষাৎ কৰি সকলো কথা কলোঁ আৰু বেহেলাখনিত যি দাম পায় তাতে বেচি পেলাবলৈ

---

* বিলাতৰ প্ৰধান মন্ত্ৰী আছিল।

অনুৰোধ কৰিলোঁ। । এই মহিলা গৰাকীৰ লগত মোৰ অলপ বন্ধু-ভাব হৈছিল। তেওঁ মোৰ এই মানসিক পৰিবৰ্তনত মোক উদগনি দিলে।

মোৰ ভদ্ৰতা শিক্ষাৰ বায়ু তিনি মাহ মানহে আছিল, পোছাকৰ বায়ু হলে বহুত দিনলৈকে থাকিল। সি যি নহওক, তেতিয়াৰেপৰা মই ভাল ল'ৰাৰ দৰে লিখা-পঢ়াত মন দি লাগি গলোঁ। ।

## পৰিবৰ্তন

মই নাচ-গান শিকিবলৈ চেষ্টা কৰা সময়ত মোৰ মন বিলাসৰ ফালে একেবাৰে ঢাল খাইছিল বুলি কোনেও যেন ধৰি নলয়। পাঠকসকলে সহজে বুজিব পাৰিছে যে মোৰ তেতিয়াও একেবাৰে বুদ্ধি লোপ হোৱা নাছিল। সেই সময়ত যদিও মোৰ মনৰ মাজত অলপ চাঞ্চল্যৰ ভাব আহিছিল, তথাপিও মই মাজে মাজে নিজৰ অৱস্থাৰ কথা ভালকৈয়ে ভাবি চাইছিলোঁ। । মই ভাবি চিন্তি খৰচ-পত্ৰ কৰিছিলোঁ। । আৰু পাইটোলৈকে হিচাব ৰাখিছিলোঁ। । ক'ত টিকটত এক অনা পইছা খৰচ হ'ল, ক'ত দু অনা দি এখন কাগজ কিনিলোঁ।, তাৰো হিচাব ৰাখিছিলোঁ আৰু ৰাতি শোৱাৰ আগতে দিনৰ হিচাব পৰিষ্কাৰ কৰি থৈছিলোঁ। ইয়াতেই মোৰ এই অভ্যাস চিৰকাললৈ গঠিত হ'ল আৰু যদিও ৰাজহুৱা টকা লাখে লাখে খৰচ কৰাৰ সুবিধা মোৰ জীৱনত হৈছে, তথাপিও মই জানো যে এই অভ্যাসৰ বলতে মই সদায় মিতাচাৰী হৈ খৰচ-পত্ৰ কৰি আহিছোঁ আৰু মই চলোৱা সকলো অনুষ্ঠানৰ পুঁজিৰ কেতিয়াও তলি উদং হবলৈ পোৱা নাই; প্ৰত্যেক ডেকাই যেন মোৰ জীৱনৰপৰা এই শিক্ষা গ্ৰহণ

কৰে, আৰু হিচাব ৰাখিলে তেওঁলোক মোৰ দৰে লাভৱান হ'ব; আৰু তেওঁলোকৰ হাতেদি খৰচ হোৱা টকা পইচাৰ বিষয়তো নিযমিত হোৱাটো নিশ্চয়।

মোৰ নিজ জীৱনৰ ওপৰত স্বকীয়া দৃষ্টি ৰখাত মই বুজিব পাৰিলোঁ যে মই আয় অনুযায় ব্যয় কৰা উচিত। মই মোৰ খৰচ আগতকৈ সমানে আধা কমাই পেলালোঁ। গাড়ী ভাৰা আদিত মই বহুত খৰচ কৰিছিলোঁ। তাৰ উপৰি পৰিয়ালৰ মাজত থাকোতে মই সপ্তাহে সপ্তাহে নিৰ্দিষ্ট হিচাবত খৰচ কৰিব লগীয়াত পৰিছিলোঁ। ভদ্ৰতাৰ খাতিৰত পৰিযালৰ মানুহবিলাকক মাজে মাজে খুৱাব আৰু খিযেটাৰ প্ৰভৃতি দেখুৱাব লগাতো পৰিছিলোঁ।

এইবিলাক কাৰণতে মোৰ খৰচ বাঢ়ি গৈছিল আৰু কোনো ভদ্ৰ মহিলা মোৰ আলহী হ'লে খৰচৰ পৰিমাণ আৰু বাঢ়ে, কাৰণ ভদ্ৰ মহিলাৰ সকলো খৰচকে বহন কৰাই হৈছে সমাজৰ নিয়ম। বাহিৰত গৈ খোৱা মানে সৰহ ধন ভৰা, কাৰণ খোৱাৰ বাবে সাপ্তাহিক যি খৰচ ভৰিব লাগে সেইখিনি নাখালেও, ভৰিব লাগে। মই ভাবিলোঁ যে আগেয়ে যেনেকৈ গান-বাজনা শিকাৰ খৰচ কমালোঁ তেনেকৈয়ে অন্যান্য খৰচো কমাব পৰা যায়।

ফলত পৰিযালত থাকিবলৈ এৰি দি নিজে ঘৰ ভাৰা কৰি থকা স্থিৰ কৰিলোঁ আৰু মোৰ য'ত থাকিলে কামৰ সুবিধা হয়, এনে বেলেগ বেলেগ, ঠাইত থাকি অভিজ্ঞতা সঞ্চয় কৰিম বুলিও স্থিৰ কৰিলোঁ। য'ৰপৰা খোজ কাঢ়ি আধাঘণ্টাৰ ভিতৰতে কাম কৰা ঠাইলৈ যাব পাৰি তেনে ঠাইত থকাৰ দিহা কৰিলোঁ। এনে কৰাত গাড়ী ভাৰাৰ পইচা ৰাহি হবলৈ ধৰিলে। মোৰ নতুন বন্দোৱস্তৰ ফলত একালে যেনেকৈ ধনৰ খৰচ কমিল, আন কালে তেনেকৈয়ে খোজ কঢ়াৰপৰা শাৰীৰিক পৰিশ্ৰম হ'ল, কাৰণ মই দিনে ১০।১২ মাইল খোজ কাঢ়িব লগাত পৰিলোঁ। এই খোজ-কঢ়া অভ্যাসৰ কাৰণেই বিলাতত

থকা দিনত মোৰ গা সদায় ভালে আছিল আৰু মই শৰীৰত শক্তিও পাইছিলোঁ।।

বিলাতত থকা অৱস্থাৰ এয়ে মোৰ দ্বিতীয় অধ্যায়। মই দুটা খোঁটালী ভাৰা কৰিছিলোঁ—এটা শুবৰ কাৰণে, আনটো বহিবৰ কাৰণে। মোৰ পৰিবৰ্তনৰ তৃতীয় অধ্যায় তেতিয়াও অহা নাছিল।

এই পৰিবৰ্তনবিলাকৰ ফলত মোৰ খৰচ সমানে আধা কমি গ'ল। কিন্তু কেনেকৈ সময়ৰ সদ্ব্যৱহাৰ কৰিব পাৰি সেয়ে সমস্যা হৈ উঠিল। বাৰিষ্টাৰি পৰীক্ষা পাছ কৰিবলৈ সৰহ পঢ়িব নালাগে। গতিকে মোৰ আজৰি বহুত আছিল। ইংৰাজীত মই ভাল নাছিলোঁ বুলি মনে মনে মোৰ বৰ আক্ষেপ আছিল। প্ৰথমে বি-এ পাছ কৰিহে মোৰ ওচৰলৈ আহিবা বুলি মিঃ (পিচত চাৰ) লিলিয়ে কোৱা কাণত সদায় বাজি আছিল।

ভাবিলোঁ ব্যেৰিষ্টাৰ হোৱাৰ লগে লগে সাহিত্য বিষয়ক উপাধি এটাও লোৱা উচিত। কেম্ব্ৰিজ আৰু অক্স্‌ফোৰ্ডৰ পাঠ্যতালিকা চাই আৰু বন্ধু বান্ধৱক সুধি পুচি বুজিলোঁ যে উপাধি লবলৈ গ'লে মই বিলাতত বহুত দিন থাকিব লগীয়াত পৰিব আৰু খৰচ-পত্ৰও বহুত হ'ব। এজন বন্ধুৱে ক'লে যে যদি টান পৰীক্ষা পাছ কৰাৰ মোৰ হাবিয়াস হৈছে, তেন্তে মই লণ্ডন বিশ্ববিদ্যালয়ৰ প্ৰবেশিকা পৰীক্ষা দিয়া উচিত। এই পৰীক্ষা দিবলৈ হ'লে বৰ পৰিশ্ৰম কৰিব লগাত পৰিব বুলি বুজিলোঁ, কাৰণ মই নজনা নানা কথাৰ পৰীক্ষা দিব লাগিব কিন্তু খৰচ-পত্ৰ হ'লে বিশেষ একো নাই। কথাটো মোৰ ভাল লাগিল। কিন্তু পাঠ্যতালিকাখন দেখিহে ভয় খালোঁ।। লেটিন আৰু তাৰ লগত অন্য এটা চলিত ভাষা শিকিবই লাগিব। লেটিন শিকাটো প্ৰায় অসম্ভৱ। বন্ধু গৰাকীয়ে ক'লে, "লেটিন আইন ব্যৱসায়ীৰ পক্ষে বৰ আৱশ্যকীয়, কাৰণ এই ভাষাৰ জ্ঞান থাকিলে আইনৰ পুথি সহজে বুজিব পাৰি। আৰু ৰোমীয় আইনৰ পৰীক্ষা (ব্যেৰিষ্টাৰিত) একেবাৰে

লেটিন ভাষাত হয়। তাৰ উপৰি লেটিন জানিলে ইংৰাজী ভাষা ভাল মতে জানিবলৈ সহজ হয়।" ইত্যাদি কৈ বুজনি দিবলৈ ধৰিলে। তেওঁৰ যুক্তিয়ে মোৰ মনত ধৰিলে, আৰু টান হ'লেও লেটিন শিকিবলৈ মই দৃঢ়প্ৰতিজ্ঞ হ'লোঁ। ফ্ৰেঞ্চ মই অলপ শিকিছিলোঁৱেই আৰু চলিত ভাষাৰূপে ফ্ৰেঞ্চকে লম বুলি ঠিক কৰি ললোঁ। এগৰাকী মানুহে ঘৰুৱাকৈ পঢ়োৱা শ্ৰেণী এটাত মই ভৰ্তি হ'লোঁ। ছমাহে ছমাহে পৰীক্ষা হৈছিল, আৰু তেতিয়া মোৰ হাতত মুঠেই পাঁচ মাহ সময় আছিল, মোৰ পক্ষে পাছ কৰা অসম্ভৱ যেন লাগিল। কিন্তু ইংৰাজ ভদ্ৰলোক হ'ব খোজা মানুহজন এইবাৰ ভাল ল'ৰা হৈ লিখা-পঢ়া কৰিবলৈ বদ্ধপৰিকৰ। মই কেতিয়া কি কৰিম তাৰ তালিকা মিনিটলৈকে হিচাব কৰি ললোঁ। কিন্তু এই পাঁচ মাহৰ ভিতৰত যে লেটিন ফ্ৰেঞ্চ আৰু লগৰীয়া অন্যান্য বিষয় শিকি উঠিব পাৰিম, এনে ভৰসা নহ'ল। ফলত লেটিনত পাছ কৰিব নোৱাৰিলোঁ। মই দুখিত হ'লেও আশা একেবাৰে নেৰিলোঁ, লেটিন পঢ়াত ভালকৈ লাগিবলৈ ধৰিলোঁ আৰু ফ্ৰেঞ্চো এইবাৰ কিছু ভালকৈ শিকিব পাৰিম বুলি ভাবিলোঁ। বিজ্ঞানৰ বিষয় এটাও লবলৈ থিৰ কৰিলোঁ।

ৰসায়ন মই আগেয়ে পঢ়িছিলোঁ আৰু এই বিষয়টো বৰ ভাল হ'লেও এই বিষয়ত লাগতিয়াল ব্যৱহাৰিক পৰীক্ষা আদি কৰিবলৈ নোপোৱাত বিষয়টো মোৰ ভাল নালাগিল। ভাৰতত বাধ্য হৈ এই বিষয়টো পঢ়িছিলোঁ কাৰণেই লণ্ডন প্ৰবেশিকাতো এইটো লৈছিলোঁ। এইবাৰ কিন্তু মই ৰসায়ন নলৈ 'পোহৰ আৰু উত্তাপ' বোলা কিতাপখন ললোঁ। এই বিষয়টো বহুতে সহজ বুলি কৈছিল আৰু মঞো দেখিলোঁ যে এইটো টান নহয়।

দ্বিতীয়বাৰ পৰীক্ষা দিবলৈ সাজু হোৱাৰ লগে লগে মোৰ ব্যয় আৰু কমাবলৈ চেষ্টা কৰিবলৈ ধৰিলোঁ; কাৰণ মোৰ মনেৰে মই কেতিয়াও আমাৰ ঘৰৰ সাধাৰণ অৱস্থানুযায়ী খৰচ-পত্ৰ বিলাতত

কৰা নাছিলোঁ। দুখে কষ্টে জীৱন নিৰ্বাহ কৰিও ককাইদেৱে যে নিয়মিত সময়ত মোলৈ টকা-পইছা পঠিয়াইছিল, এই কথাই মোৰ মনত দুখ দিবলৈ ধৰিলে। মই দেখিলোঁ যে যিসকল ছাত্ৰই মাহে ৮ পাউণ্ডৰপৰা ১৫ পাউণ্ডলৈকে খৰচ কৰিছিল, তেওঁলোকৰ সৰহ ভাগেই বৃত্তিধাৰী। বহুতক আকৌ মোতকৈ কম খৰচত চলা দেখিবলৈ পালোঁ। এনে ধৰণে থকা অনেক ল'ৰাৰ লগত মোৰ পৰিচয় হ'ল। তাৰ ভিতৰত এজনে বনুৱা শ্ৰেণীৰ মানুহ থকা লেতেৰা অঞ্চলত সপ্তাহে দুই চিলিং ঘৰ ভাৰা দি আৰু লক্‌হাৰ্টৰ দোকানৰপৰা দিনে দুই পেন্সৰ কম দামী কেক আৰু বগাঁ খায়েই-জীৱন নিৰ্বাহ কৰিছিল। তেওঁৰ আদৰ্শ গ্ৰহণ কৰা মোৰ পক্ষে সম্ভৱ নাছিল, তথাপিও মই ভাবিলোঁ যে এটা খোটালী ললেই মোৰ হ'ব আৰু কিছু বস্তু মই নিজেই ৰান্ধি লব পাৰোঁ। এনে কৰিলে মোৰ মাহে কম পক্ষেও ৪।৫ পাউণ্ড খৰচ কমিব। সাধাৰণ ভাৱে জীৱিকানিৰ্বাহ সম্বন্ধীয় কিতাপো দুই এখন মোৰ হাতত পৰিলহি। মই আগৰ ঘৰ এৰি দি এটা খোটালী ভাৰা কৰিলোঁ আৰু এটা ষ্টোভ কিনি পুৱাৰ আহাৰ নিজে ৰান্ধি খাবলৈ ধৰিলোঁ। এই কামত মোৰ ২০ মিনিটত কৈ সৰহ সময় নালাগিছিল, কাৰণ মই কেৱল ওট মিল সিজোৱা আৰু কোকোৰ পানী তপত কৰিব লগীয়াত পৰিছিলোঁ। আবেলি মই বাহিৰত খাইছিলোঁ আৰু ৰাতি ঘৰতে কোকো আৰু ৰুটি খাইছিলোঁ।

এনে ভাৱে চলাত মোৰ দিনে মুঠেই এক শিচলিং আৰু তিনি পেন্স খৰচ হৈছিল। এই সময়ত মই পঢ়া শুনালৈকো বৰকৈ মন দিছিলোঁ। সাধাৰণ ভাৱে থকাত মোৰ বহুত সময় ৰাহি হৈছিল। যি হওক এইবাৰ মই পৰীক্ষাত উত্তীৰ্ণ হ'লোঁ।

কোনেও নাভাবে যেন যে এনেভাৱে থকাত মোৰ জীৱন একেবাৰে অসুখী হৈছিল। বৰঞ্চ এই পৰিবৰ্ত্তনৰ ফলত মোৰ মানসিক

আৰু বাহ্যিক জীৱনৰ সামঞ্জস্য অনুভৱ কৰিছিলোঁ। আমাৰ ঘৰৰ অৱস্থালৈ চাযো এনে ভাৱে জীৱন কটোৱাই মোৰ উচিত আছিল। নিশ্চয মোৰ জীৱন আগতকৈ অধিক সত্যানুমোদিত হৈছিল সেইবাবে মোৰ আত্মাযো পৰম তৃপ্তিলাভ কৰিছিল।

## আহাৰ সম্বন্ধে পৰীক্ষা

যিমানেই মই আত্ম-পৰীক্ষা কৰিবলৈ ধৰিলোঁ, সিমানেই মই মোৰ বাহ্যিক আৰু আন্তৰিক কিছু পৰিবৰ্তনৰ আৱশ্যকতা আছে বুলি বুজিব ধৰিলোঁ। মিতব্যযী হোৱাৰ লগে লগে মোৰ খোৱা-বোৱাৰো সাল-সলনিত ধৰিলোঁ আৰু আন আন লাগতিয়াল খৰচ পাতিও কমালোঁ। নিৰামিষ আহাৰৰ ধৰ্মসম্পৰ্কীয়, বৈজ্ঞানিক আৰু স্বাস্থ্য-সম্পৰ্কীয ইত্যাদি বিষয পুঙ্খানুপুঙ্খৰূপে লিখা কিছুমান কাকত পঢ়িবলৈ পালোঁ। তেওঁলোকে স্থিৰ কৰিছে যে মানুহ পশুতকৈ শ্ৰেষ্ঠ দেখিয়েই নৈতিক হিচাবে শ্ৰেষ্ঠ জীৱই সিহঁতক ৰক্ষা কৰিব লাগে, মানুহে পৰস্পৰক যিদৰে সহায় কৰে, সেইদৰে পশু আৰু মানুহৰ মাজতো সহায়ৰ আদান-প্ৰদান হোৱা উচিত। মানুহে ভোগৰ কাৰণে আহাৰ নকৰে, প্ৰাণ ধাৰণৰ কাৰণহে আহাৰ কৰে বুলি তেওঁলোকে স্থিৰ কৰিছে। তেওঁলোকৰ কোনো কোনোৱে কেৱল গাখীৰ আৰু মঙহ নোখোৱাটো অনুমোদন আৰু অনুসৰণ কৰিছিল এনে নহয়, তেওঁলোকে কণী পৰ্য্যন্ত এৰিছিল। কেইজন-মানে বিজ্ঞানৰ কালৰপৰা কৈছিল যে, শাৰীৰিক গঠনলৈ চাই ৰন্ধা আহাৰ মানুহৰ উপযোগী নহয়, মানৱ শৰীৰ কলাহাৰৰহে উপযোগী।

পিয়াহ খাবলৈ এবাৰ পিচত দাঁত গজিলে গোটা বস্তুহে খোৱা উচিত। অস্বাস্থ্যকৰ বুলি মছলা আদি এৰিবলৈকে তেওঁলোকে অনুমোদন কৰিছিল। নিৰামিষ আহাৰ সহজে পোৱা যায় আৰু খৰচ-পাতিও কম। এইবোৰ কথা ময়ো সমৰ্থন কৰিছিলোঁ। মই হোটেলত কেইজনমান নিৰামিষভোজীক লগ পাইছিলোঁ।

ইংলণ্ডত নিৰামিষভোজী সকলৰ এখন সমিতি আছিল। সেই সমিতিৰ স্বকীয়া সাপ্তাহিক কাকত এখনো আছিল। এই সমিতিৰ সভ্য হৈ সাপ্তাহিক কাকতৰ গ্ৰাহক শ্ৰেণীত ভুক্ত হ'লোঁ। নিৰামিষ-ভোজীদলৰ প্ৰধান লোক সকলৰ লগত মোৰ আলাপ হ'ল আৰু লগে লগে মোৰ খোৱা-বোৱাৰ পৰিবৰ্তনো হ'ল।

মই ঘৰৰপৰা অনা মিঠাই আৰু মছলা খাবলৈ এৰি পেলালোঁ। মনৰ পৰিবৰ্তনৰ লগে লগে মিঠাই মছলা আদিলৈ মোৰ লোভ নাই-কিয়া হ'ল আৰু 'বিচমগুৰ' মছলাহীন অৰুচিকৰ খাদ্য মোৰ ভাল লগা হ'ল। এনেবিধৰ বহুতো পৰিবৰ্তনৰপৰা মই বেছ বুজিলোঁ, যে সোৱাদ বুজিবপঁৰা ইন্দ্ৰিয় জিভা নহয়—মনহে। মই সদায় আৰ্থিক অৱস্থালৈ লক্ষ্য ৰাখি চলিছিলোঁ; সেই সময়ত কোনো কোনোৱে চাহ আৰু কফি অনিষ্টকৰ বুলি কোকো খোৱাটো উচিত বিবেচনা কৰিছিল। মই কেৱল শৰীৰ ৰক্ষাৰ কাৰণেহে আহাৰ কৰা উচিত বিবেচনা কৰি কফি ত্যাগ কৰি কোকো খোৱাৰ নিয়ম কৰি ললোঁ।

হোটেলবোৰত দুবিধ আহাৰৰ ব্যৱস্থা আছিল। প্ৰথম শ্ৰেণীত সাধাৰণতে অলপ অৱস্থাবান মানুহ গ্ৰাহক আছিল। হোটেলৰ নানাবিধ আহাৰৰপৰা নিজৰ আৱশ্যকমতে কোন বিধৰ লাগে, গ্ৰাহকে নিজে বাছি ল'ব লগা আছিল, দাম এক চিলিং বা দুই চিলিং হিচাবে লৈছিল। দ্বিতীয় শ্ৰেণীত ছয় পেঞ্চ দামত এটুকুৰা কটিৰ লগত তিনি বিধৰ খাদ্য দিছিল। মোৰ এই কঠোৰ মিতব্যয়িতাৰ

যুগত মই স্বাভাৱিকতে দ্বিতীয় বিধ আহাৰৰ গ্ৰাহকহে আছিলোঁ।

এই পৰিবৰ্তনৰ লগে লগে শ্বেতসাৰ থকা খাদ্য ত্যাগ, ৰুটি আৰু ফলাহাৰ কৰা, কেতিয়া গাখীৰ কণী, 'চীজ' খোৱা ইত্যাদি নানাবিধ আহাৰৰ পৰীক্ষা আৰম্ভ কৰিছিলোঁ; কণী গাখীৰ ইত্যাদিৰ বিষয়ে অলপ ক'ব লগীয়া আছে। কণী, গাখীৰ খোৱা অভ্যাস এপখমানেই নিটিকিল। শ্বেতসাৰহীন বস্তু আহাৰ কৰা উচিত বুলি কওঁতাজনে কণী খোৱাৰ বহুল প্ৰশংসা কৰি কৈছিল যে কণী মঙহ নহয়। কণী খালে পশু জাতিৰ কোনো অপকাৰ কৰা নহয়। মই এই যুক্তিতে ভোল গৈ মোৰ প্ৰতিজ্ঞা থকা সত্বেও কণী খাবলৈ আৰম্ভ কৰিলোঁ, কিন্তু এই পৰিবৰ্তন ক্ষন্তেকৰ কাৰণেহে। মই বুজিলোঁ এই নতুন অৰ্থ লোৱা মোৰ কৰ্তব্য নহয়। মোৰ আয়ে যিভাবে মোক প্ৰতিজ্ঞা কৰাইছিল, তাকেহে মই ধৰিব লাগিব। মই বেছ বুজিছিলোঁ, আয়ে মঙহৰ ভিতৰত কণীকো ধৰিছিল। মই মোৰ শপতৰ আচল অৰ্থ বুজামাত্ৰকে কণী খোৱাৰ এই পৰীক্ষা এৰি পেলালোঁ।

এই যুক্তিত লেখত লব লগীয়া এটি কথা আছে। ইংলণ্ডত মঙহৰ তিনি ৰকমৰ সংজ্ঞা পাইছিলোঁ। প্ৰথমটোত, কেৱল চৰাই আৰু পশুৰ মঙহকেহে বুজাইছিল। যিসকল নিৰামিষভোজীয়ে 'মঙহ' কথাষাৰ এই অৰ্থত গ্ৰহণ কৰিছিল, তেওঁলোকে চৰাই আৰু পশুৰ মঙহ ত্যাগ কৰিছিল, কিন্তু কণীহে নালাগে, মাছো খাইছিল। দ্বিতীয়টো সংজ্ঞামতে সকলো জীৱ-জন্তুৰ মঙহকেই বুজাইছিল, গতিকে মাছো মঙহৰ লগতে নিষিদ্ধ বস্তুৰ তালিকাৰ মাজত পৰিছিল, কিন্তু কণী খাব পাৰিছিল। তৃতীয় সংজ্ঞামতে সকলো প্ৰাণীৰ মঙহৰ লগে লগে সিহঁতৰপৰা পোৱা কণী, গাখীৰ আদি সকলো বস্তু মঙহৰ ভিতৰত পৰিছিল। প্ৰথম মত গ্ৰহণ কৰা হ'লে কণীহে নালাগে, মাছো খাব পাৰিলোঁহেঁতেন; কিন্তু মই বেছ বুজিলোঁ যে মোৰ আইৰ ভাব মতেহে

কাৰ্য্য কৰা উচিত আৰু মোৰ প্ৰতিজ্ঞা পালন কৰিবলৈ হ'লে কণী ত্যাগ কৰিবই লাগিব; গতিকে মই কণী খোৱা এৰিলোঁ।

কণী এৰি দিয়াত যথেষ্ট অসুবিধাও হৈছিল। বিলাতৰ বহুত নিৰামিষ হোটেলত নানাবিধ খাদ্য-দ্ৰব্য পুডিং, কে'ক ইত্যাদি কণীৰে তৈয়াৰ কৰা হয়; গতিকে মই সকলোবিধৰ খাদ্য ভালকৈ বুজি পোৱাৰ পূৰ্বে কোনবিধৰ লগত কণী আছে, কোনবিধৰ লগত নাই, ইত্যাদি আহুকলীয়া কথা অনুসন্ধান কৰাত বৰ অসুবিধা ভোগ কৰিব লগীয়া হৈছিল। মোৰ কৰ্তব্য সম্পৰ্কে সম্পূৰ্ণ জ্ঞান হোৱাত অসুবিধা নোহোৱা নহয়, ক্ৰমে তৃপ্তিকৰ হৈ অহা আহাৰবোৰ এৰিব লগা হোৱাত মই অলপ বিৰক্তিও অনুভৱ কৰিছিলোঁ। কিন্তু এই ভাব সাময়িকহে আছিল। মোৰ প্ৰতিজ্ঞা আখৰে আখৰে পালন কৰিব পৰাত অন্তৰত অসীম আনন্দ বোধ কৰিছিলোঁ।

কিন্তু আচল পৰীক্ষা হবলৈ এতিয়াও বাকী। সেইটো হৈছে মোৰ দ্বিতীয় শপত সম্পৰ্কীয়। ঈশ্বৰ যাৰ সহায়, কোনে তেওঁৰ অনিষ্ট কৰিব পাৰে? শপত নাইবা প্ৰতিশ্ৰুতিবোৰৰ অৰ্থ লৈ কেইটামান মন্তব্য এই খিনিতে দিয়াটো অবান্তৰ নহব। এনে বিলাক কথাৰ অৰ্থ লৈয়েই সমগ্ৰ পৃথিৱীৰ বাদ-বিসম্বাদৰ সৃষ্টি হয়। প্ৰতিজ্ঞাবোৰ যিমানেই কটকটীয়া নহওক, মানুহে কিন্তু নিজৰ সুবিধাজনক কৰিহে তাৰ ভাব পোনাই পঁজৰাই লয়। এই অভ্যাসটো ৰজাৰপৰা প্ৰজালৈ, ধনীৰপৰা দৰিদ্ৰলৈ, সকলোৰে গাত পোৱা যায়। স্বাৰ্থ-পৰতাই তেওঁলোকক অন্ধ কৰে। দুয়ো ৰকমে অৰ্থ কৰিব পাৰি, এনেবিধৰ অৰ্থ গ্ৰহণ কৰি মানুহে নিজকো প্ৰবঞ্চনা কৰে, লগে লগে সমগ্ৰ পৃথিৱী আৰু ঈশ্বৰকো প্ৰতাৰণা কৰে। প্ৰতিজ্ঞা গ্ৰহণ কৰিবৰ এটি সৰল নিয়ম আছে। যি তোমাক প্ৰতিজ্ঞা কৰায়, তেওঁৰ অৰ্থকে গ্ৰহণ কৰাটোৱেই নিয়ম। আৰু এটি হৈছে যেতিয়া দুই ৰকমে অৰ্থ কৰিব পাৰি, তেতিয়া দুৰ্বল পক্ষৰ অৰ্থ গ্ৰহণ কৰা।

এই নিযমৰ ব্যতিক্ৰম হ'লে বাদ-বিসম্বাদৰ সৃষ্টি হয়। ইয়াৰ ভিত্তি সত্যৰ ওপৰত নহয। সত্য পথত যি থাকিব তেওঁ সহজ সৰল নিযম লব। তেওঁৰ কাৰণে পণ্ডিতৰ মতামত অনাৱশ্যক। মই উচ্চ শিক্ষা আৰু অভিজ্ঞতাৰপৰা 'মঙহ' কথাষাৰৰ যি অৰ্থ পাইছিলোঁ, তাতে মোৰ মাতৃয়ে কৰা অৰ্থ মোৰ পক্ষে সৰল আৰু সহজ আছিল, আৰু মোৰ বাবে সেযেই একমাত্ৰ সত্য আছিল।

মই বিলাতত যিবোৰ পৰীক্ষা কৰিছিলোঁ সেইবোৰ মিতব্যয়িতা আৰু স্বাস্থ্যলৈ লক্ষ্য ৰাখিযেই কৰিছিলোঁ। ধৰ্মৰ ফালৰপৰা এইবিলাক পৰীক্ষা মই তেতিযালৈকে কৰা নাছিলোঁ। আফ্ৰিকালৈ নোযোৱালৈকে ধৰ্মৰ ফালৰপৰা এইবিলাক প্ৰশ্নৰ আলোচনা কৰা নাছিলোঁ। তালৈ গৈহে সকলো কথা ধৰ্মৰ ফালৰপৰা আলোচনা কৰি কঠোৰ পৰীক্ষা আৰম্ভ কৰিলোঁ। সেই বিষযে পিচত কম। কিন্তু সেইবোৰৰ সঁচ বিলাততে সিঁচিছিলোঁ।

আন নতুন ধৰ্মত দীক্ষা লওঁতাসকলৰ নিজধৰ্মত থাকোঁতা সকলতকৈও অনুৰাগ বৰ তীব্ৰ হৈ উঠে। বিলাতত নিৰামিষ ভোজন মোৰ বাবে এটা ধৰ্ম হৈ উঠিছিল ; মোৰো সেইফালে অনুৰাগ বৰ তীব্ৰ হৈছিল ; কাৰণ বিলাতলৈ যাওঁতে মই এজন পকা মাংসভোজী আছিলোঁ, পিচতহে নিৰামিষ-ভোজনৰ অনুৰাগী হ'লোঁ। নতুন নিৰামিষভোজীৰ উদ্যমে মোক সজীৱ উদ্দীপনা দিলে, আৰু সেইবাবে মোৰ থকা ঠাই 'বেইজৱাটাৰ'ত নিৰামিষ-ভোজীৰ ক্লাব এটা খোলা থিৰ কৰিলোঁ। তাত থকা চাৰ এড্ৱিন আৰ্নল্ডক সহকাৰী সভাপতি পাতি মই নিজেই সম্পাদক হ'লোঁ। কিছুদিন ক্লাবৰ কাম বৰ সুচাৰুৰূপে চলিল ; কিন্তু কেইমাহমানৰ ভিতৰতে মোৰ সেই ঠাই এৰাৰ লগে লগে ক্লাবটিও ধ্বংস হ'ল। এই অভিজ্ঞতা ক্ষণস্থায়ী আৰু সাধাৰণ হ'লেও ইয়াৰপৰাই নানাৰকমৰ অনুষ্ঠান স্থাপন আৰু চলাবলৈ অলপ শিক্ষা পালোঁ।

# লাজকুৰীয়া স্বভাৱেই মোৰ ঢাল

নিৰামিষভোজী সমিতিৰ কাৰ্য্য নিৰ্বাহক সভালৈ নিৰ্বাচিত হোৱাত সভাৰ প্ৰত্যেক অধিৱেশনত উপস্থিত থকা মই এটা নিয়ম কৰি ললোঁ ; কিন্তু সদায় মই মুখ জপাই আছিলোঁ। ডাক্টৰ ওল্ড্‌ফিল্ডে এদিন মোক ক'লে, "তুমি মোৰ লগত কথা-বতৰা হওঁতে ঠিকেই হোৱা, কিন্তু কমিটিৰ সভাত এদিনো মুখ নেমেলা কিয় ? তুমি বৰ এলেহুৱা।" তেখেতে মোক মতা মৌৰ লগত তুলনা কৰি বিদ্ৰূপ কৰিলে। মৌ সদায় পৰিশ্ৰমী, মতা মৌহে বৰ এলেহুৱা। আন সকলোৱে সভাত নিজৰ মতামত প্ৰকাশ কৰে, অকল ময়েই নিতাল মাৰি বহি থকা আচৰিত কথা। মই যে কথা কবলৈ প্ৰলোভিত হোৱা নাছিলোঁ সি নহয়, নিজৰ ভাব প্ৰকাশ কেনেকৈ কৰিব লাগে, তাকেই ভাবি পোৱা নাছিলোঁ। আন সকলো মেম্বৰ মোতকৈ বেচি জনা বুজা আছিল বুলি মই ভাবিছিলোঁ। কেতিয়াবা এনেকুৱাও হৈছিল যে মই মনতে কথাবোৰ জুকিয়াই লৈ বক্তৃতা দিবলৈ সাহ কৰিব ধৰোঁতে, এটা নতুন বিষয় আৰম্ভ কৰা হয়। এনেদৰেই কিছুদিন চলিল। ইতিমধ্যে এটা গুৰুতৰ সমস্যা আলোচনাৰ বাবে স্থিৰ হ'ল। অনুপস্থিত থকা অন্যায় আৰু এক আষাৰো মাত নমতাকৈ লাহেকৈ ভোটটো দিয়া কাপুৰুষতাৰ চিন বুলি মই ভাবিলোঁ। আলোচনা আৰম্ভ হ'ল। থেমুছ আইৰণ বাৰ্কছৰ গৰাকী মিঃ হিল্‌ছ সমিতিৰ সভাপতি আছিল। তেওঁ বৰ নৈতিক মানুহ আছিল। ইয়াকো কব পাৰি যে সমিতিৰ অস্তিত্ব তেওঁৰ আৰ্থিক সহায়ৰ ওপৰতে কিছু পৰিমাণে নিৰ্ভৰ কৰিছিল। সমিতিৰ বহুতো মেম্বৰ কিছু পৰিমাণে তেওঁৰ হাতৰ মুঠিত আছিল। নিৰামিষভোজী সকলৰ ভিতৰত খ্যাতি থকা ডাক্টৰ এলিনছনো কমিটিৰ মেম্বৰ আছিল। নতুনকৈ চলা জন্মৰোধ আন্দোলনৰো তেওঁ এজন পৃষ্ঠপোষক আছিল আৰু বনুৱা শ্ৰেণীৰ মানুহৰ মাজত ইয়াৰ

উপায় সম্বন্ধে প্ৰচাৰ কৰিছিল। ইয়াৰ দ্বাৰা সজ নীতিৰ মূলতেই কুঠাৰেৰে ঘপিয়া হৈছে বুলি মিঃ হিল্‌ছে ভাবিছিল। তেওঁ ভাবিছিল যে নিৰামিষভোজী সমিতিৰ অকল আহাৰ সংস্কাৰেই উদ্দেশ্য নহয়, নৈতিক সংস্কাৰো ইয়াৰ উদ্দেশ্য আৰু ডাক্টৰ এলিনছনৰ দৰে নৈষ্ঠিক নীতি বিৰোধী এজন মানুহক এই সমিতিত মেম্বৰ ৰখা অনুচিত। তেওঁক সমিতিৰপৰা খেদাৰলৈ এটা প্ৰস্তাৱ অনা হ'ল। এই কথাষাৰে মোক বৰকৈ আকৰ্ষণ কৰিলে। জন্মবোধ কৰিবলৈ কৃত্ৰিম উপায় সম্বন্ধে ডাক্টৰ এলিনছনৰ মতামত বৰ বিপদজনক বুলি ময়ো ভাবিছিলোঁ। আৰু মিঃ হিল্‌ছৰ দৰে নৈষ্ঠিক পুৰুষ এজনে ইয়াৰ বিৰুদ্ধে থিয় দিয়া যুক্তিসঙ্গত বুলিও মই ভাবিছিলোঁ। মিঃ হিল্‌ছক মই বৰ শ্ৰদ্ধা কৰিছিলোঁ; কিন্তু এজন মানুহে নৈষ্ঠিক নীতি আমাৰ সমিতিৰ উদ্দেশ্য বুলি স্বীকাৰ নকৰাৰ কাৰণেই তেওঁক সমিতিৰপৰা আঁতৰ কৰা অযুগুত বুলি মই ভাবিছিলোঁ। নৈষ্ঠিক নিয়ম কানুনৰ বিৰোধীক আঁতৰ কৰা সম্বন্ধে মিঃ হিল্‌ছৰ মতামত ব্যক্তিগত আৰু এই সমিতিৰ ঘোষিত উদ্দেশ্যৰ লগত এনে মতামতৰ একো সম্পৰ্ক নাই। নিৰামিষ ভোজনৰ প্ৰচাৰেই ইয়াৰ উদ্দেশ্য, নীতিৰ লগত ইয়াৰ একো সম্পৰ্ক নাই। সেই বাবে মই স্থিৰ কৰিলোঁ যে নীতি সম্পৰ্কে মতামতৰ বিচাৰ নকৰাকৈ, যেই সেই নিৰামিষভোজীয়েই এই সমিতিৰ মেম্বৰ হ'ব পাৰে। এই কমিটীত আৰু বহুতো এনে মানুহ আছিল যি সকলে মোৰ মতামত সমৰ্থন কৰিছিল। মই নিজৰ ব্যক্তিগত মতামত প্ৰকাশ কৰা কৰ্তব্য বুলি ভাবিছিলোঁ; কিন্তু এই কথাষাৰ কেনেকৈ কৰা যায়, এয়েই প্ৰশ্ন আছিল। বক্তৃতা দিবলৈ মোৰ সাহ হোৱা নাছিল, সেই বাবে মোৰ বক্তব্য সকলো কথা লিখি লোৱা স্থিৰ কৰিলোঁ আৰু লিখা ৰচনা জেপত লৈ সভালৈ গ'লোঁ। মোৰ বিষান দূৰ মনত পৰিছে, পঢ়িবলৈকে মোৰ সামৰ্থ্য নহ'ল। সভাপতিয়ে আনৰ দ্বাৰাই পঢ়াব লগীয়া হ'ল। সেইদিনা ডাক্টৰ

এলিনছন হাৰিল। যি হওক এনেবিধৰ প্ৰথম যুঁজতেই হৰা দলত মই পৰিলোঁ। তথাপিও মনত অলপ শান্তি পাইছিলোঁ যে মই উচিত কথাত পক্ষ ললোঁ। মোৰ ৰিণিকি ৰিণিকি মনত পৰে যে মৰো কমিটীৰপৰা পদত্যাগ কৰিলোঁ।

ইংলণ্ডত থকা দিন কেইটা এনে বিধৰ লাজকৰীয়া স্বভাৱতেই মোৰ গ'ল। আনকি, কোনো সমাজত দহ বাৰ জন মানুহ থাকিলেই মই নিমাত হওঁ।

এদিনাখন মই মজুমদাৰৰ লগত ভেণ্টনৰলৈ গৈছিলোঁ। এটা নিৰামিষভোজী পৰিয়ালত আমি আছিলোঁ। আহাৰ-নীতি (The Ethics of Diet) বোলা কিতাপখনৰ লিখক হাৱাৰ্ডো তাতেই আছিল। তেওঁক আমি লগ পালোঁ ; এখন সভাত নিৰামিষ ভোজন সম্পৰ্কে প্ৰচাৰ কৰিবলৈ বক্তৃতা দিবলৈ তেওঁ আমাক মাতিলে। লিখা বক্তৃতা পঢ়াটো একো বেয়া নহয় বুলি ভাবি কথাৰ আঁত ঠিক ৰাখিবলৈ চমুকৈ এটা টোকা লিখি ললোঁ। মুখেৰে বক্তৃতা দিয়া মোৰ পক্ষে চিন্তাৰ অতীত। সেই বাবে মই বক্তৃতা লিখি ললোঁ। পঢ়িবলৈ মই থিয় হ'লোঁ হয়, কিন্তু নোৱাৰিলোঁ। চকুৰে ধুঁৱলি-কুঁৱলী দেখিবলৈ ধৰিলোঁ, গোটেই গা ঠক্ ঠক্ কৰে কঁপিবলৈ ধৰিলে—যদিও মোৰ বক্তৃতা ফুলস্কেপ কাগজৰ এপিঠিও নাছিল। মিঃ মজুমদাৰে মোৰ হকে পঢ়িবলগীয়া হ'ল। তেওঁৰ বক্তৃতা অৱশ্যে সুৰলা হৈছিল। মই বৰ লাজ পালোঁ আৰু নিজৰ এই অসামৰ্থ্যৰ বাবে বৰ বেজাৰ পালোঁ।

ইংলণ্ডত ৰাজহুৱা সভাত বক্তৃতা দিবলৈ শেহ চেষ্টা দেশলৈ উলটিবৰ পূৰ্বতে কৰিছিলোঁ। এই বাৰো নিজক হাস্যাস্পদ কৰিলোঁ মাথোন। পূৰ্বে উল্লেখ কৰা হলবৰ্ণ হোটেললৈ মোৰ নিৰামিষভোজী বন্ধু-সকলক খাবলৈ নিমন্ত্ৰণ কৰিলোঁ। নিৰামিষ হোটেলত নিৰামিষ ভোজন পোৱা যায় ; কিন্তু আমিষৰ হোটেলত নিৰামিষ ভোজন

পোৱা নাযাব কিয় ? নিৰামিষ ভোজনৰ দিহা কৰিবলৈ হলবৰ্ণ হোটেলৰ মেনেজাৰৰ লগত বন্দোবস্ত কৰিলোঁ। নিৰামিষভোজী-সকলে নতুন পৰীক্ষা আনন্দেৰে গ্ৰহণ কৰিলে। আমোদৰ কাৰণেই আহাৰ; কিন্তু পাশ্চাত্য জাতিবোৰে ইয়াক এটা শিল্প-কলাত পৰিণত কৰিছে। বক্তৃতা, গান, বাজনা আদি মহা সমাৰোহ কৰি খোৱা-বোৱাৰ আয়োজন কৰা হয়। যি সৰু-সুৰা "ডিনাৰ পাৰ্টি"ৰ মই বন্দোবস্ত কৰিলোঁ, তাতো এইবিলাক বস্তুৰ আয়োজন নকৰাকৈ থকা নাছিলোঁ। বক্তৃতাৰ আয়োজন কৰিবই লাগিব। মোৰ পাল পৰিলত বক্তৃতা দিবলৈ থিয় হ'লোঁ। কেইটামান বাক্যৰে বক্তৃতাটো মই বৰ সাৱধানেৰে ঠিক কৰি থৈছিলোঁ, কিন্তু প্ৰথম বাক্য কৈ নোৱাৰা হ'লোঁ। কিতাপত পঢ়িছোঁ যে ইংৰাজ সাহিত্যিক এডিচনে 'কমন্স' সভাত বক্তৃতা দিবলৈ ঠিক হওঁতে "I conceive" এই কথাষাৰেই তিনিবাৰ কৈ আৰু একো ক'ব নোৱাৰা হ'ল। এজন ৰসিক পুৰুষে থিয় হৈ ক'লে, "ভদ্ৰ মহোদয়ে তিনিবাৰ গৰ্ভধাৰণ কৰিলে, কিন্তু একোৱেই প্ৰসৱ নকৰিলে।" ( Concieve কথাষাৰৰ অৰ্থ ভবা, আন এটা অৰ্থ গৰ্ভসঞ্চাৰ। সেইবাবে বিদ্ৰূপ কৰি আন এটা অৰ্থলৈ পোনাই ব্যঙ্গ কৰিলে।) এই কথাষাৰ লৈ মই এটা ধেমেলীয়া বক্তৃতা দিম বুলি ভাবিছিলোঁ। সেই বাবে এই কথাষাৰ লৈ বক্তৃতা আৰম্ভ কৰিলোঁ হয়, কিন্তু ধেমেলীয়া বক্তৃতা দিবলৈ যাওঁতে কথাত খেলি-মেলি লাগিল আৰু নিজকেই হাস্যাস্পদ কৰিলোঁ। দয়া কৰি মোৰ নিমন্ত্ৰণ গ্ৰহণ কৰা বাবে আপোনা-সকলক ধন্যবাদ জনাইছোঁ বুলি লাগবান্ধ নোহোৱাকৈ কৈ বগৰাই বহি পৰিলোঁ।

দক্ষিণ আফ্ৰিকাতহে এই লাজ কিছু এৰিব পাৰিছিলোঁ যদিও সম্পূৰ্ণকৈ এৰিব পৰা নাছিলোঁ। মুখেৰে বক্তৃতা দিয়া মোৰ পক্ষে অসম্ভৱ। আৰু মই চিনি নোপোৱা শ্ৰোতাৰ সন্মুখত মুখ মেলিবলৈ

সঙ্কোচ বোধ কৰিছিলোঁ আৰু সুবিধা পালে বক্তৃতা দিয়া এৰিছিলোঁ। আনকি, এতিয়াও সমজুৱা বন্ধুসকলক কথাৰে নিযুক্ত কৰি ৰাখিব পাৰিম বুলি নাভাবোঁ। এইটো কথা ক'ব লাগিব যে মাজে সময়ে নিজক হাঁহিয়াতৰ পাত্ৰ কৰাৰ বাহিৰে মোৰ স্বভাৱগত লাজ মোৰ পক্ষে অসুবিধাজনক নাছিল। বাস্তৱিকতে মই দেখিছোঁ যে ইয়েই মোৰ পক্ষে সুবিধাজনক আছিল। মুখেৰে ক'বলৈ সঙ্কোচ বোধ কৰাৰ বাবে মই বক্তৃতা লিখি লৈছিলোঁ। এতিয়া সেয়েই মোৰ আনন্দৰ বিষয় হৈছে। ইয়াৰ এটা উপকাৰ হৈছে যে ইয়াৰে কথা কমকৈ ক'বলৈ শিকিছোঁ। চিন্তা সংযত কৰিবলৈ মই স্বাভাৱিকতে শিকিলোঁ; এতিয়া মই নিজকে এই বুলি চাৰ্টিফিকেট' দিব পাৰোঁ যে ভালমতে নভবা নিচিন্তা কথা মোৰ মুখ নাইবা কাপৰপৰা নোলায়। কিবা কথা কোৱাৰ বাবে, নাইবা লিখাৰ বাবে কেতিয়াবা অনুতাপ কৰিবলগীয়া হোৱা মোৰ মনত নপৰে। সেইবাবে বহুতো দুৰ্ঘটনা আৰু সময়ৰ অপব্যৱহাৰৰপৰা সাৰিছোঁ। সত্যৰ ভক্ত এজনৰ পক্ষে মৌনব্ৰতো আধ্যাত্মিক সাধনাৰ এটা অংশ বুলি অভিজ্ঞতাৰপৰা মই বুজিছোঁ। অতিৰঞ্জিতকৈ কোৱাৰ ধাউতি ইচ্ছা কৰি নাইবা, নকৰি সত্য কথাৰ অলপ লৰচৰ কৰি কোৱা, নাইবা একেবাৰেই নোকোৱা মানুহৰ পক্ষে দুৰ্বলতা আৰু এইবাবে এই বিপদৰ হাতৰ পৰা সাৰিবলৈ মৌনব্ৰতৰ প্ৰয়োজন। কম কথা কোৱা মানুহে কথা কওঁতে প্ৰায়েই চিন্তাশূন্য নহয়। তেওঁ প্ৰতি শব্দকে জুখি চায়। কথা ক'বলৈ অধৈৰ্য্য হোৱা বহুতো মানুহ আমি পাওঁ। কোনো সভাৰ এনেকুৱা সভাপতি নাই, যাক কথা ক'বলৈ দিবলৈ অনুমতিৰ বাবে আমনি কৰা নহয়। অনুমতি দিলে বক্তাই নিৰ্ধাৰিত সময় অতিক্ৰম নকৰাও নহয়; আৰু অনুমতি নোহোৱাকৈ কথা কৈ নথকাটোও নহয়। এনে বিধৰ কথা জগতৰ পক্ষে কেতিয়াও উপকাৰী নহয়। সময়ৰ অপব্যৱহাৰ মাথোন। সেইবাবে প্ৰকৃত-

পক্ষে মোৰ লাজকুৰীয়া স্বভাৱেই মোৰ পক্ষে ঢালৰ দৰে হৈছে। ইয়েই মোক উন্নতিত সহায় কৰিছে। সত্যৰ অন্বেষণ কৰিবলৈ ইয়েই মোক সহায় কৰিছে।

## মিছাৰ কেৰোণ

৪০ বছৰ পূৰ্বে বিলাতত এতিয়াতকৈ বহুতো কম সংখ্যক ভাৰতীয ছাত্ৰ আছিল। বিবাহিত হ'লেও অবিবাহিত বুলি ভাও ধৰাটো তেওঁলোকৰ মাজত এটা নিয়ম চলি আহিছিল। বিলাতত স্কুল আৰু কলেজৰ সকলো ছাত্ৰ অবিবাহিত, কাৰণ বিবাহিত জীৱন শিক্ষাৰ অন্তৰায়। আমাৰ দেশত তাহানিখন এই নিয়মেই চলিছিল—সেই সময়ত ছাত্ৰ ব্ৰহ্মচাৰী বুলি পৰিচিত হৈছিল। কিন্তু এই কালত আমাৰ দেশত বাল্য-বিবাহ চলিছে—বিলাতত এই নিয়ম অজ্ঞাত। ভাৰতীয় ছাত্ৰ বিলাতলৈ গৈ বিবাহিত বুলি চিনাকি দিবলৈ লাজ পায। আচল কথা লুকুৱাবলৈ আৰু এটা কাৰণো আছিল। বিবাহিত বুলি গম পালে যি পৰিয়ালত থাকে তেওঁলোকৰ গাভৰু ছোৱালীহঁতৰ লগত ডেকাই চুপতি মৰা, নাইবা একেলগে ফুৰা সম্ভৱ নহ'ব। অৱশ্যে এই দৰে চুপতি মৰা কিছু পৰিমাণে নিৰ্দোষ আছিল। মাক বাপেকে এইদৰে ফুৰাত উৎসাহ দিছিল। ডেকা আৰু গাভৰুৰ মাজত এইদৰে লগ-সঙ্গ তাত প্ৰয়োজনো আছিল, কাৰণ প্ৰত্যেক ডেকাই তাত নিজৰ জীৱনৰ লগৰী বিচাৰি ল'ব লগীয়া হৈছিল। সেই বাবে ইংৰাজ ডেকাৰ পক্ষে এটা স্বাভাৱিক কথা—এইদৰে গাভৰু ছোৱালীৰ লগত ফুৰা-চকা—ভাৰতীয় ছাত্ৰই মন দিলে ফল বিষময় হোৱাৰ সম্ভৱ—আৰু

প্ৰায়েই হৈছে। আমাৰ ডেকাহঁতে প্ৰলোভনত পৰি গাভৰু ছোৱালীৰ লগ-সঙ্গ পাবলৈ মিছা ভাও ধৰা মই দেখিলোঁ। এইবিলাক কথা ইংৰাজ ডেকাৰ পক্ষে নিৰ্দোষ হ'লেও ভাৰতীয় ছাত্ৰৰ পক্ষে অবাঞ্ছনীয় আছিল। ময়ো এই ৰোগ সুচৰি ল'লোঁ। মই বিবাহিত আৰু এটা ল'ৰাৰ বাপেক হৈও অবিবাহিতৰ ভাও ধৰিবলৈ সঙ্কোচ বোধ কৰা নাছিলোঁ, অৱশ্যে সঁচা কথা লুকুৱা বাবে মই অলপো সুখী হোৱা নাছিলোঁ। মোৰ কম কথা কোৱা স্বভাৱে বহুতো সময়ত বিপদৰপৰা ৰক্ষা কৰিছিল। মই কথা নক'লে কোনো ছোৱালীয়েই মোৰ লগত কথা ক'বলৈ, নাইবা, মোৰ লগত ফুৰিবলৈ ইচ্ছা প্ৰকাশ নকৰিব। মোৰ কম কথা কোৱা স্বভাৱৰ লগত কাপুৰুষতা সমানে আছিল। ভেণ্টনৰত যি পৰিয়ালৰ মাজত মই আছিলোঁ তেওঁবিলাকৰ ছোৱালীজনীক আলহীয়ে ফুৰাবলৈ লৈ যোৱা এটা নিয়ম আছিল। এদিন ছোৱালীজনীয়ে ভেণ্টনৰৰ ওচৰৰ মনোমোহা পৰ্বতলৈ মোক লগত নিলে। লাহে লাহে খোজ কঢ়া মোৰ অভ্যাস নাছিল, কিন্তু তেওঁ মোতকৈও বেগেৰে খোজ কাঢ়িছিল। কথাৰ টোপোলা মেলি তেওঁ টানি নিয়াৰ দৰে লগত নিলে। মাজে সময়ে মই তেওঁৰ কথাৰ উত্তৰত "হয়" "নহয়" নাইবা সৰহ বাৰতেই "হয়" "আয়ে দেহি, কি ধুনীয়া" ইত্যাদি বুলি উত্তৰ দি আছিলোঁ। চৰাইৰ দৰে তেওঁ উৰি গৈছিল। মই হ'লে কেতিয়া ঘৰলৈ উলটিব পাৰোঁ, তাকেই চিন্তি আছিলোঁ। এইদৰে আমি পৰ্বতৰ টিং পালোঁগৈ। এতিয়া কেনেকৈ নমা যায়, সেয়েই মোৰ পক্ষে সমস্যা হ'ল। ছাগলী খুৰীয়া ওখ জোতা পিন্ধা সত্বেও ২৫ বছৰীয়া গাভৰু ছোৱালীজনী কাঁড় পাতৰ দৰে তললৈ নামি গ'ল, পৰ্বতৰ টিঙৰপৰা কোনো ৰকমে তললৈ নামিবলৈ মই নিলাজৰ দৰে যুঁজি আছিলোঁ। পৰ্বতৰ তলত হাঁহি হাঁহি তেওঁ মোক সহায় থাকি থিয় দি আছিল। মই কেনেকৈ অলপ খতুৱা হওঁ? বৰ

কষ্টেৰে সময়ে সময়ে আঁঠু কাঢ়িও কোনো ৰকমে তলি পালোঁগৈ। তেওঁ তলৰপৰা "ছাৰাইছ" "ছাৰাইছ" বুলি চিঞৰি মোক আৰু লাজ দিবলৈ ধৰিলে। কিন্তু অলপো লাজ নোপোৱাকৈ কোনো ঠাইৰপৰা মই সাৰিব পৰা নাছিলোঁ। কাৰণ ঈশ্বৰে মোক সদায় মিছাৰ কেৰোণৰপৰা ৰক্ষা কৰিছিল। মই এবাৰ ব্ৰাইটনলৈ গৈছিলোঁ। ব্ৰাইটন ভেণ্টনৰৰ দৰে এখন স্বাস্থ্যকৰ ঠাই। তাৰ হোটেলত মধ্যবিত্ত শ্ৰেণীৰ বুঢ়ী বাঁৰী তিৰোতা এগৰাকীক পালোঁ। বিলাতলৈ যোৱাৰ প্ৰথম বছৰতেই এই ঘটনা। আহাৰ্য্য বস্তুৰ তালিকা ফৰাছী ভাষাত লিখা আছিল। মই ফৰাছী ভাষা নাজানিছিলোঁ। বুঢ়ী গৰাকীৰ লগত একেখন মেজত মই বহিছিলোঁ। তেওঁ মোক আচহুৱা মানুহ বুলি চিনিলে আৰু বিবুদ্ধিত পৰাও দেখিলে। আৰু ততালিকে মোৰ সহায়ৰ অৰ্থে আহি ক'লে —"আপুনি এজন আচহুৱা মানুহ? আপোনাক বিবুদ্ধিত পৰা দেখিছোঁ। আপুনি কোনো বস্তুৰ বাবে আদেশ দিয়া নাই কিয়?" মই আহাৰ্য্য বস্তুৰ তালিকাখন লুটিয়াই চাই আছিলোঁ। আৰু কোনবিধ বস্তু কিহেৰে তৈয়াৰী, সেইটো পৰিবেশকৰ পৰা বুজি ল'ম বুলি আছিলোঁ, এনেতে তেওঁ মোক এইদৰে সুধিলে। মই তেওঁক ধন্যবাদ দি সকলো কথা বুজাই ক'লোঁ যে কোনবিধ বস্তু নিৰামিষ সেইটো নাজানি মই বিবুদ্ধিত পৰিছোঁ। "ব'বা, কি বিধ তুমি খাব পাৰা, সকলো মই বুজাই দিওঁ।" মই তেওঁৰ সহায়ৰ সুবিধা ল'লোঁ। এই দৰে তেওঁৰ লগত চিনাকি হৈ বন্ধুতা হ'ল, বিলাতত থকা কেইবছৰ আনকি, বহুত দিনৰ পাচলৈকে এই বন্ধুতা চলি আছিল। তেওঁ মোক তেওঁৰ লণ্ডনৰ ঠিকনা দিলে আৰু প্ৰতি দেওবাৰে তেওঁৰ ভাত খাবলৈ মাতি পঠালে। ইয়াৰ উপৰিও কিবা বিশেষ কাৰণ হ'লে মোক তেওঁৰ ঘৰলৈ মাতিছিল আৰু মোৰ লাজ গুচাবলৈ বহুতো গাভৰু ছোৱালীৰ লগত পৰিচয়

কৰাই তেওঁলোকৰ লগত কথা-বতৰাত লগাইছিল। তেওঁৰ লগত থকা এগৰাকী ছোৱালীৰ লগত মোৰ বিশেষকৈ আলাপ পৰিচয় হৈছিল, প্ৰায়েই আমাক অকলশৰীয়া কৰি তেওঁ এৰি থৈ যায়।

পোনতে মোৰ পক্ষে এইবোৰ টান হৈছিল। মই কথা-বতৰা আৰম্ভ কৰিব নোৱাৰিছিলোঁ, নাইবা কোনো হাঁহি ধেমালিৰ কথাত যোগ দিব পৰা মোৰ পক্ষে টান হৈছিল। কিন্তু তেওঁলোকে মোক পোন বাটলৈ আনিলে আৰু মই এইবিলাক কথা শিকিব ধৰিলোঁ। লাহে লাহে দেওবাৰ কেতিয়া আহে তাৰ বাবে বাট চোৱাও মোৰ স্বভাৱ হ'ল আৰু মই গাভৰু বন্ধু গৰাকীৰ লগত কথা বতৰা হোৱা ভাল পাবলৈ ধৰিলোঁ। প্ৰতিদিনে বুঢ়ী তিৰোতা গৰাকীয়ে তেওঁৰ জালখন আৰু বহলাই পেলাব ধৰিলে। আমি দুয়ো একে লগে এই দৰে ফুৰাত তেওঁ আমোদ পাবলৈ ধৰিলে। হ'ব পাৰে, এই সম্বন্ধে তেওঁৰ কিবা অভিসন্ধিও আছিল।

মই বিপদত পৰিলোঁ। মই বিবাহিত বুলি তিৰোতা গৰাকীক জনাওঁ বুলি কিমান ইচ্ছা কৰিলোঁ। নিজৰ মনতে মই ক'লোঁ— "তেন্তে তেওঁ আমাৰ বৈবাহিক সম্বন্ধৰ কথা নাভাবিবও পাৰে। এতিয়া পলম হ'লেও, শুধৰাবলৈ কেতিয়াও পলম হোৱা নাই। আচল কথা জনালে বিপদ আৰু দুখৰ হাত মই সাৰিব পাৰিম।" এইবিলাক গুণি গাথি এই চিঠিখন তেওঁলৈ মই লিখিলোঁ।

"ব্ৰাইটনত আপোনাক লগ পাবৰে পৰা আপুনি মোৰ প্ৰতি বৰ সদয়। মাকে পুতেকলৈ যত্ন লোৱাৰ দৰে আপুনি মোৰ যত্ন লৈ আছে। আপুনি ভাবে যে মই বিয়া কৰাও আৰু সেই উদ্দেশ্যে মোক গাভৰু তিৰোতাসকলৰ লগত চিনা পৰিচয় কৰি দি আছে। এই বিষয়ে আৰু বেছি আগ বঢ়াৰ আগতে মই স্বীকাৰ কৰোঁ যে মই আপোনাৰ মৰমৰ অনুপযুক্ত। আপোনাৰ তালৈ যোৱা-অহা কৰাৰ পূৰ্বতে মই বিবাহিত বুলি আপোনাক জনোৱা মোৰ উচিত আছিল। মই জানো যে

বিলাতত ভাৰতীয় ছাত্ৰই নিজৰ দেশত বিয়া হোৱা কথাষাৰ গোপন কৰে। ময়ো তেওঁলোকৰ বাট লৈছিলোঁ। এতিয়া মই দেখিছোঁ যে এনে কৰা উচিত হোৱা নাই। মই আপোনাক জনাওঁ যে মোৰ সৰুতে বিয়া হৈছিল, মই এটি ল'ৰাৰ বাপেকোঁও। আপোনাৰ আগত এই কথা লুকাই থোৱা বাবে মই বেজাৰ পাইছোঁ। সঁচা কথা ক'বলৈ ঈশ্বৰে মোক সাহ দিয়াত মই ৰং পাইছোঁ। মোক আপুনি ক্ষমা কৰিবনে? আপুনি যি গৰাকী তিৰোতাৰ লগত মোক চিনা পৰিচয় কৰাই দিছিল, সেই গৰাকী তিৰোতাৰ লগত মই অনুচিত ভাৱে স্বাধীনতা লোৱা নাই বুলি আপোনাক আশ্বাস দিছোঁ। মই সীমা বুজি চলিছিলোঁ। মই বিবাহিত বুলি গম নাপাই, স্বভাৱতে আমি যাতে দুয়ো বৈবাহিক সম্বন্ধত বান্ধ খাওঁ, তাৰ বাবে আপুনি উদগ্ৰীব হৈছিল। যাতে এই ভাব আৰু আগ নাবাঢ়ে, তাৰ বাবে মই সঁচা কথা জনালোঁ।

চিঠিখন পোৱাৰ পাচত আপোনাৰ বদান্যতা গ্ৰহণৰ বাবে মোক অনুপযুক্ত বুলি ভাবিলেও মই আপোনাক আশ্বাস দি জনাওঁ যে আপোনাৰ সম্বন্ধে ভুল ধাৰণা নলওঁ। মৰম আৰু বদান্যতাৰে আপুনি মোক কৃতজ্ঞতাৰ দোলেৰে চিৰদিনলৈ বান্ধিলে। এই চিঠি-খন পোৱাৰ পাচতো যদি আপুনি মোক নেৰে, বৰঞ্চ আপোনাৰ বদান্যতাৰ উপযুক্ত বুলি ভাবে, তেন্তে মই স্বভাৱতে সুখী হ'ম আৰু আপোনাৰ দয়াৰ চিনাকি আৰু ভালকৈ পাম আৰু সদায় আপোনাৰ মৰমৰ উপযুক্ত হ'বলৈ যত্ন কৰিম।"

পাঠক সকলে বুজি চাওক যে এনে এখন চিঠি একে মুহূৰ্ততে মই লিখিব পৰা নাছিলোঁ। মই নিশ্চয় এইখন চিঠিৰ আঁচনি কেইবা-বাৰো লিখিছিলোঁ। কিন্তু ই মোৰ মূৰৰপৰা এটা বোজা নমালে। পিচত ডাকত এই মৰ্মে তেওঁৰপৰা মই উত্তৰ পালোঁ।

"মই তোমাৰ সৰল চিঠিখন পালোঁ। আমি দুয়ো চিঠিখন পঢ়ি

ৰং পালোঁ ; আৰু বৰ হাঁহিলোঁ। তুমি যি মিছা কথাত নিজক দোষী বুলিছা সেই দোষ ক্ষমাৰ যোগ্য। যিয়েই হওক, তুমি যে সঁচা কথা জনাইছা এয়েই শুভ কথা। মোৰ নিমন্ত্ৰণ এতিয়াও ব'ল আৰু প্ৰতি দেওবাৰে তোমাক নিশ্চয় আমাৰ মাজত পাম। তোমাৰ বাল্য বিবাহৰ কথা শুনিবলৈ আৰু তোমাৰ কথাত হাঁহিবলৈ বাট চাই আছোঁ। এই ঘটনাৰপৰা আমাৰ মাজত বন্ধুত্ব ভাব অলপো কম নাই বুলি তোমাক আশ্বাস দিয়া নিষ্প্ৰয়োজন।"

মিছাৰ কেৰোণে মোক যিদৰে ধ্বংস কৰিবলৈ ধৰিছিল, এইদৰে তাৰপৰা মই সাৰিলোঁ। তেতিয়াৰেপৰা প্ৰয়োজন হ'লে য'তে ত'তে মোৰ বিয়া হোৱাৰ কথা জনাবলৈ মই সঙ্কোচ বোধ কৰা নাছিলোঁ।

## ধৰ্মৰ লগত পৰিচয়

বিলাতত থকা ২য় বছৰ শেষ হ'বলৈ ধৰোঁতে মই দুজন 'থিয়চ-ফিষ্ট'ৰ লগ পাইছিলোঁ ; দুয়ো ভায়েক ককায়েক আৰু দুয়ো অবিবাহিত। গীতা সম্বন্ধে মোৰ লগত তেওঁলোকে কথা পাতিছিল। তেওঁলোকে চাৰ এডৱিন আৰ্ণল্ডৰ গীতাৰ ইংৰাজী ভাঙনি The song Celestial পঢ়িছিল। মূল গীতাখন, তেওঁলোকৰ লগত পঢ়িবলৈ মোক মাতি পঠালে। মই সংস্কৃতৰ মূল গীতা, নাইবা মাতৃভাষাতে ভাঙনিখন পঢ়া নাছিলোঁ দেখি লাজ পালোঁ। মই যে গীতা পঢ়া নাই এই কথাষাৰ ক'বলৈ বাধ্য হ'লোঁ; কিন্তু তেওঁলোকৰ লগত আনন্দ মনেৰে পঢ়িবলৈ গাত ল'লোঁ। ক'ত ভাঙনিয়ে মূল গ্ৰন্থৰ মৰ্ম পৰিস্ফুট কৰিব পৰা নাই সেইটো ধৰিব পাৰিম বুলি মোৰ

আশা আছিল। ভাগৱত গীতাৰ ভাঙনিৰ সম্পৰ্কতেই চাৰ এডৱিন আৰ্ণল্ডৰ নাম মই শুনিছিলোঁ।

২য় অধ্যায়ৰ—

ধ্যায়তো বিষয়ান্ পুংসঃ সঙ্গস্তেষূপজায়তে।
সঙ্গাৎ সঞ্জায়তে কামঃ কামাৎ ক্ৰোধোঽভিজায়তে॥
ক্ৰোধাদ্ভৱতি সম্মোহঃ সম্মোহাৎ স্মৃতিবিভ্ৰমঃ।
স্মৃতিভ্ৰংশাদ্বুদ্ধিনাশো বুদ্ধিনাশাৎ প্ৰণশ্যতি॥

উক্ত শ্লোকটিয়ে মোৰ মনত দকৈ সাঁচ বহুৱালে আৰু এতিয়াও এই কথাবোৰ কাণত বাজি আছে। কিতাপখন অমূল্য বুলি মই বুজিলোঁ। এই ধাৰণা তেতিয়াৰেপৰা বাঢ়িবলৈ ধৰিছে আৰু এতিয়া সত্যৰ জনাৰ কাৰণে এই কিতাপেই উৎকৃষ্ট সম্বল বুলি মই ভাবোঁ। অৱসাদৰ মুহূৰ্তত ইয়েই মোক সহায় কৰি আহিছে। গীতাৰ সকলো ইংৰাজী ভাঙনি মই পঢ়িছোঁ। কিন্তু আৰ্ণল্ডৰ ভাঙনিয়েই সকলোতকৈ শ্ৰেষ্ঠ বুলি মোৰ ধাৰণা। মূল কথাৰ অৰ্থ ঠিক ৰাখিবলৈ তেওঁ যত্ন কৰিছে অথচ ভাঙনি বুলি বুজা নাযায়। এই বন্ধু দুজনৰ লগত গীতাখন পঢ়িলেও মই গ্ৰন্থখন মনোযোগেৰে অধ্যয়ন কৰিছোঁ বুলি ক'ব নোৱাৰোঁ। কেইবছৰ মানৰ পাচতহে কিতাপখন দৈনিক পাঠ্য হ'ল।

এই ভায়েক দুগৰাকীয়ে চাৰ এডৱিন আৰ্নল্ডৰ 'Ligth of Asia' বোলা কিতাপখন পঢ়িবলৈ কোৰাণ গীতাতকৈ বেছি মনোযোগেৰে সেইখন কিতাপ পঢ়িলোঁ। এবাৰ আৰম্ভ কৰিলে এৰিব নোৱাৰা হ'লোঁ। এদিনাখন তেওঁলোকে 'ব্ৰাভাতৃত্বীনজ'লৈ [illegible] ব্ৰাভাবুৰ্দি আৰু নিচেছ বেহ্লাতৰ নগৰ লোক ছিন্নাভিন্ন কৰি দিছে। পাঁচৰ [illegible] মহিলাই বনপথে [illegible] [illegible] দেও, দিছে আৰু

তেখেতৰ নতুন ধৰ্ম গ্ৰহণ সম্পৰ্কে যি বাদানুবাদ সেই সময়ত চলি আছিল, মই মনোযোগেৰে সেইবোৰ পঢ়ি আছিলোঁ। বন্ধু দুজনে উক্ত সমিতিত যোগ দিবলৈ মোক পৰামৰ্শ দিলে, কিন্তু মই বিনয়েৰে সৈতে ক'লোঁ যে "নিজৰ ধৰ্ম সম্বন্ধে সামান্য জ্ঞান লৈ কোনো ধৰ্ম সমিতিত মই যোগ দিবলৈ ইচ্ছা নকৰোঁ।" ভায়েক দুগৰাকীৰ কথা মতে মেডেম ব্লাভাট্স্কীৰ 'Key to Theosophy' বোলা কিতাপখন পঢ়া মোৰ মনত পৰিছে। এইখন কিতাপ পঢ়ি হিন্দু ধৰ্মৰ গ্ৰন্থাৱলী পঢ়িবলৈ মোৰ ধাউতি হ'ল আৰু হিন্দু ধৰ্ম কুসংস্কাৰৰ জাঁতেৰে ভৰা বুলি মিছনাৰীসকলৰ কথাত মোৰ মনত যি ধাৰণা হৈছিল, সেই ধাৰণা গুচিল।

এই সময়তেই এটা নিৰামিষভোজী বোৰ্ডিঙত মেঞ্চেষ্টাৰৰ এজন ভাল খ্ৰীষ্টিয়ানৰ লগত মোৰ পৰিচয় হ'ল। খ্ৰীষ্টধৰ্ম সম্বন্ধে তেওঁ মোক বহুতো কথা জনালে। ৰাজকোটৰ স্মৃতিবোৰ মই তেওঁক জনালোঁ। শুনি তেওঁ বেজাৰ পালে। তেওঁ ক'লে—"মই নিৰামিষভোজী। মই মদ নাখাওঁ। অৱশ্যে বহুতো খ্ৰীষ্টিয়ানে মাংস আৰু মদ খায় কিন্তু মাংস খোৱা নাইবা মদ খোৱা সম্পৰ্কে শাস্ত্ৰত একো আদেশ নাই। অনুগ্ৰহ কৰি বাইবেলখন পঢ়ি চাব।" তেওঁৰ উপদেশ গ্ৰহণ কৰিলোঁ আৰু তেওঁ মোক বাইবেল এখন দিলে। মোৰ ৰিণিকি ৰিণিকি মনত পৰে যে তেওঁ নিজেই বাইবেল বেচি ফুৰিছিল আৰু মানচিত্ৰ আদি অন্যান্য ছবি থকা বাইবেল এখন তেওঁৰপৰা মই কিনি ল'লোঁ। মই পঢ়া আৰম্ভ কৰিলোঁ, সম্ভৱ ওল্ড টেষ্টামেণ্ট'খন; কিন্তু গোটেইখিনি পঢ়িবপৰা নাছিলোঁ। 'জেনেছিছ্' অধ্যায় পঢ়া শেষ হ'লত পাচৰ অধ্যায়বোৰ পঢ়িবলৈ ধৰিলে মোৰ টোপনি অহা হ'ল। বৰ কষ্টেৰে একো নুবুজাকৈ পাত লুটিয়াই গ'লোঁ। 'নাম্বাৰ্চ'ৰ অধ্যায় পঢ়োঁতে মই বৰ আমনি পাইছিলোঁ।

কিন্তু নিউ টেষ্টামেণ্টে মোৰ মনত অন্য ধাৰণা আনিলে। বিশেষকৈ যীশুৱে দিয়া উপদেশবোৰ (Sermon on the mount) হিয়াত দকৈ সোমাল। গীতাৰ লগত মই মিলাই চালোঁ। "কিন্তু মই তোমালোকক কওঁ অন্যায়ৰ প্ৰতিৰোধ নকৰিবা। যি তোমাৰ সোঁ গালত চৰ শোধায় তেওঁক সিখন গালো পাতি দিবা। কোনোবাই তোমাৰ কোট ছোলাটো কাঢ়ি ল'লে তুমি তেওঁক তোমাৰ আন দীঘলীয়া ছোলাটোও দিবা।" এই কথাবোৰ পঢ়ি মই অসীম আনন্দ পালোঁ। আৰু শামলভট্টই লিখা "কোনোবাই যদি এবাটি পানী বিচাৰে তেওঁক একাঁহী ভাত দিবা" কাথাষাৰ মোৰ মনলৈ আহিল। মোৰ তৰুণ মনে গীতা, Light of Asia আৰু Sermon on the mountৰ শিক্ষাৰ একত্ব বুজিবলৈ চেষ্টা কৰিবলৈ ধৰিলে। ত্যাগেই ধৰ্মৰ শ্ৰেষ্ঠ স্বৰূপ বুলি মোৰ মনত দকৈ সোমাল। এই পাঠতেই অন্যান্য ধৰ্মৰ প্ৰচাৰকৰ জীৱনী পঢ়িবলৈ হেঁপাহ হ'ল। বন্ধু এজনে কাৰ্লাইলৰ Hero and Hero Worship বোলা কিতাপখন মোক পঢ়িবলৈ ক'লে। 'বীৰৰ স্বৰূপ ধৰ্মপ্ৰতিষ্ঠাতা' বোলা অধ্যায়টো পঢ়ি ধৰ্ম প্ৰতিষ্ঠাতাৰ মহত্ত্ব সাহ আৰু তপস্যা সম্বন্ধে শিকিলোঁ।

ধৰ্মৰ লগত এই পৰিচয়ৰ বাহিৰে মোৰ অন্য একো পৰিচয় হোৱা নাছিল। কাৰণ এই সময়ত পৰীক্ষাৰ পঢ়াত ব্যস্ত থাকিব লগীয়া হোৱাত অন্য কিতাপ পঢ়িবলৈ মোৰ সময় নাছিলেই। কিন্তু মই ধৰ্ম গ্ৰন্থবোৰ সবহকৈ পঢ়ি প্ৰধান ধৰ্ম বিলাকৰ সম্বন্ধে জ্ঞান লাভ কৰা মনে মনে স্থিৰ কৰিলোঁ। নাস্তিকতা সম্পৰ্কে একো নজনাকৈ মই কেনেকৈ থাকোঁ? প্ৰত্যেক ভাৰতবাসীয়ে ব্ৰাডলৰ নাম আৰু তেওঁৰ নাস্তিকতাৰ কথা জানে। এই সম্বন্ধে মই কেইখনমান কিতাপ পঢ়িছিলোঁ, কিন্তু নামবোৰ মনত নাই। মোক ওপৰত এইবিলাক কিতাপৰ একো প্ৰভাৱ নপৰিল। কাৰণ নাস্তিকতাৰ অনাকৰ্ষণীয়

পৰ্বত মই ইতিপূৰ্বেই পাৰ হৈছিলোঁ। সেই সময়ত বিচেন্থ বেছান্তে বৰ খ্যাতি লাভ কৰিছিল আৰু নাস্তিকতাৰপৰা কেনেকৈ তেওঁ আস্তিক হ'লহি সকলো কথা প্ৰচাৰ কৰি আছিল। এইবিলাক কথাত মোৰ মনত নাস্তিকতালৈ ঘৃণাৰ ভাব আৰু দকৈ বহিল। তেওঁৰ 'মই কেনেকৈ থিয়োচফিষ্ট হ'লোঁ' (How I become a Theosophist) বোলা কিতাপখন মই পঢ়িছিলোঁ।

এই সময়তে ব্ৰাডল চুকায়। বোকিং মৈদামত তেওঁক সমাধি কৰা হৈছিল। তেওঁৰ দেহ সৎকাৰ চাবলৈ ময়ো গৈছিলোঁ; বিলাতত থকা সকলো ভাৰতীয়ই গৈছিল। কেইজনমান পাদ্ৰীয়ে তেওঁক শেষ সন্মান দেখুৱাবলৈ তাত উপস্থিত আছিল। তাৰপৰা উলটি আহোঁতে ৰেলৰ ষ্টেচনত ট্ৰেইনৰ বাবে বাট চাই থাকিব লগীয়া হ'ল। নাস্তিকদলৰ এজন প্ৰধান পাণ্ডাই ষ্টেচনত পাদ্ৰীসকলৰ এজনক সুধিলে—"ডাঙৰীয়া, আপুনি ঈশ্বৰৰ অস্তিত্ব বিশ্বাস কৰেনে?'

"হয়, মই কৰোঁ' বুলি বিনীত ভাবে পাদ্ৰীজনে উত্তৰ দিলে।

"পৃথিৱীৰ পৰিধি ২৮ হাজাৰ মাইল, ইয়াত আপোনাৰ মত আছে নহয় নে?" বুলি তেওঁ আত্ম-আশ্বাসৰ হাঁহিৰে পুনৰায় সুধিলে।

"নিশ্চয়" বুলি পাদ্ৰী গৰাকীয়ে উত্তৰ দিলে।

"তেন্তে ডাঙৰীয়া আপোনাৰ ঈশ্বৰৰ আকাৰ কিমান ডাঙৰ আৰু তেওঁ ক'ত থাকে এবাৰ কওকচোন?"

"আমাৰ দুয়োৰো হিয়াৰ মাজত ঈশ্বৰ বিৰাজমান বুলি জানি জনা হ'লে—"

"ডাঙৰীয়া, মোক সৰু ল'ৰা বুলি নাভাবিব'—বুলি সেই গৰাকী নাস্তিকে গৰ্বৰে সৈতে হাঁহি ক'লে।

পাদ্ৰীজন বিনয়েৰে সৈতে নিমাত হৈ ৰ'ল।

এনে বিধৰ কথা বতৰা শুনি নাস্তিকতালৈ মোৰ ঘৃণা আৰু দকৈ সোমাল।

## ৰাম নামেই নিৰ্বলীৰ বল

হিন্দুধৰ্ম আৰু পৃথিৱীৰ অন্যান্য ধৰ্ম সম্পৰ্কে মোৰ যৎসামান্য জ্ঞান থাকিলেও মোক বিপদত এইবিলাকে ৰক্ষা কৰিব নোৱাৰে বুলি মই বুজি পাইছিলোঁ। সঙ্কটত কিহে আমাক ৰক্ষা কৰে সেইটো জনা দূৰৰ কথা সেই সম্বন্ধে লেশ মাত্ৰ ধাৰণা তেতিয়া হোৱা নাছিল। বিপদৰপৰা ৰক্ষা পোৱাৰ কাৰণ দৈৱ বুলি ঈশ্বৰ অবিশ্বাসীয়ে কয়; কিন্তু ঈশ্বৰ বিশ্বাসীয়ে বিপদৰ হাত সাৰিব পৰাৰ কাৰণ ভগৱান বুলি কয়। এনে ঘটনাত ধৰ্ম-গ্ৰন্থ পাঠ নাইবা আধ্যাত্মিক সাধনাত ভগৱানৰ এই কৃপা বুলি তেওঁৰ ধাৰণা। বিপদৰ সময়ত] আধ্যাত্মিক সাধনাৰ বলত নে অন্য কিহবাৰ বলত ৰক্ষা পালে তেওঁ ক'ব] নোৱাৰে। [এনে সময়ত ধৰ্মজ্ঞান (আধ্যাত্মিক অভিজ্ঞতাৰপৰা সুকীয়া) অন্তঃসাৰশূন্য।

বিলাততেই পোন প্ৰথমে মই অকল ধৰ্ম জ্ঞানৰ অসাৰ্থকতা উপলব্ধি কৰিলোঁ। ইয়াৰ পূৰ্বৰ ঘটনা বিলাকত মই কি দৰে ৰক্ষা পাইছিলোঁ ক'ব নোৱাৰোঁ, কাৰণ তেতিয়া মই নিচেই কুমলীয়া আছিলোঁ। কিন্তু এতিয়া মই কুৰি বছৰীয়া ডেকা, স্বামী আৰু পিতৃ হিচাবেও অভিজ্ঞতা লাভ কৰিছোঁ। বিলাতত থকা কেই-বছৰৰ ভিতৰত মোৰ যিমান দূৰ মনত পৰে, সোতৰ বছৰত অৰ্থাৎ ১৮৯১ চনত পোৰ্টচমাউথ চহৰত এখন নিৰামিষ ভোজীৰ সন্মিলন বহিছিল, তাতে মই আৰু এজন ভাৰতীয় বন্ধু নিমন্ত্ৰিত হৈছিলোঁ।

পোৰ্টচমাউথ নৌবিভাগত কাম কৰা সৰহ মানুহ থকা এটা বন্দৰ। ইয়াত বহুতো অসৎ স্বভাৱৰ তিৰোতা থকা ঘৰ আছিল। এইবোৰ তিৰোতা প্ৰকৃততে বেশ্যা নহ'লেও, নীতিত বৰ ঢিলা আছিল। এনেকুৱা এঘৰত থাকিবলৈ আমাৰ বাবে দিহা হৈছিল। আদৰণী সমিতিয়ে যে ইচ্ছা কৰি আমাক তেনে ঠাইত ৰাখিবলৈ দিহা কৰিছিল সেইটো নহয়। পোৰ্টচমাউথৰ দৰে চহৰ এখনত কোন ঘৰ ভাল, কোন ঘৰ বেয়া, আমাৰ দৰে দুদিনীয়া বাটৰুৱাই নাজি লোৱা টান।

এদিনাখন সন্মিলনৰপৰা আমি গধূলি উলটি আহিলোঁ। আৰু খোৱা বোৱাৰ পাচত আমি 'ব্ৰিজ' তাছ খেলাত বহিলোঁ। লগতে বিলাতৰ নিয়ম অনুযায়ী আমাৰ গিৰিহঁতনীয়েও যোগ দিলে; প্ৰত্যেক খেলুৱৈয়ে নিৰ্দোষ ৰং ধেমালি অৱশ্যে কৰে, কিন্তু এই স্থলত মোৰ বন্ধুজনে গিৰিহঁতনীৰ লগত অশ্লীল চুপটি মাৰিবলৈ ধৰিলে। মোৰ লগৰীয়াজন এই বিদ্যাত পাৰ্গত বুলি মই জনা নাছিলোঁ। ময়ো ইয়াৰ মোহত পৰিলোঁ আৰু লগতে যোগ দিলোঁ। তাছপাত আৰু খেল এৰি দি অশ্লীল ৰং-ধেমালিৰো সীমা অতিক্ৰম কৰিবলৈ ধৰোঁতে ভগৱানে লগৰীয়াজনৰ হতুৱাই মোক সাৱধান কৰি ক'লে, "হেৰা ডেকা, তুমি কিয় এই পাপত মজিছা, সোনকালে আঁতৰ হোৱা।"

মই বৰ লাজ পালোঁ আৰু তেওঁৰ সঙ্কেত ল'লোঁ। নিজৰ অন্তৰতে বন্ধু গৰাকীলৈ অশেষ ধন্যবাদ জনালোঁ। মাতৃৰ কাষত কোৱা প্ৰতিজ্ঞাৰ কথা মোৰ মনত পৰিল আৰু লৰালৰিকৈ সেই ঠাইৰপৰা লৰি পলালোঁ। কঁপি কঁপি নিজৰ শোৱাখোটালী সোমালোঁ আৰু চিকাৰীৰ খেদাৰ পৰা সাৰি যোৱা পহুৰ দৰে মোৰ বুকুখন ধান বনাদি বাজিব ধৰিলে; পত্নীৰ বাহিৰে অন্য তিৰোতালৈ কাম ভাবত আসক্ত হোৱা প্ৰথম ঘটনাৰদৰে এইটোও মোৰ মনত আছে। টোপনি নোহো-

ৰাকৈ এই ৰাতিটো কটালোঁ। কত ৰকমৰ চিন্তাই আহি মোক পীড়িবলৈ ধৰিলে—এই ঘৰ এৰি যামনে? এই ঠাই এৰি লৰি পলাম নে? বুদ্ধিভ্ৰষ্ট হ'লে মোৰ কি হ'ব? বৰ সাৱধানেৰে সৈতে চলিবলৈ মই স্থিৰ কৰিলোঁ। সন্মিলন দুদিনতকৈ সৰহদিন বহিব লগীয়া নাছিল। মোৰ মনত পৰে তাৰ পাচদিনা গধূলিৰ ট্ৰেইনত মই পোৰ্টচমাউথ এৰিলোঁ। বন্ধুজন আৰু কেইবাদিনো তাত ন'ল।

সেই সময়ত ধৰ্মতত্ত্ব নাইবা ঈশ্বৰ-বিশ্বাসে আমাৰ মাজত কি দৰে কাম কৰে একেবাৰেই নাজানিছিলোঁ।

ভগৱানে মোক ৰক্ষা কৰিলে এই কথাষাৰ অলপকৈ বুজি পালোঁ। সকলো বিপদতে তেৱেঁই মোক ৰক্ষা কৰি আহিছে। "ভগৱানে ৰক্ষা কৰিলে" এই কথাষাৰৰ গভীৰ অৰ্থ আজি এতিয়া বেচিকৈ বুজি পাইছোঁ কিন্তু তথাপি ভাবোঁ যে সম্পূৰ্ণকৈ এতিয়াও বুজা নাই। ইয়াৰ পাচত অভিজ্ঞতাৰ ফলতহে মই ইয়াৰ সম্পূৰ্ণ অৰ্থ বুজিব পৰা হ'ব পাৰোঁ।

আইনজীৱী হিচাবেই হওক, সকলোবিধৰ আধ্যাত্মিক পৰীক্ষাত মই ক'ব পাৰোঁ যে ভগৱানে মোক ৰক্ষা কৰিছে। যেতিয়া সকলো আশা নোহোৱা হয়, যেতিয়া সহায়কাৰী বন্ধুসকল অসমৰ্থ হয় আৰু মন আনন্দশূন্য হয়, তেতিয়া মোৰ বাবে সহায় উপস্থিত হয়; ক'ৰপৰা সহায় আহে ক'ব নোৱাৰোঁ, জীৱনত এয়ে মোৰ অভিজ্ঞতা। উপাসনা আৰু প্ৰাৰ্থনা কুসংস্কাৰ নহয়; পান, ভোজন, উপবেশন, ভ্ৰমণ এইবোৰতকৈও উপাসনা বাস্তৱ। উপাসনা আৰু আৰাধনাই বাস্তৱ আৰু অন্য কাম অবাস্তৱ বুলিলেও অত্যুক্তি নহ'ব। এনেবিধৰ আৰাধনা নাইবা উপাসনাত বাক্ শক্তিৰ প্ৰয়োজন নকৰে কাৰণ ই মুখৰ কথা নহয়। হৃদয়ত ইয়াৰ উৎপত্তি হয়।

চিত্তশুদ্ধি হ'লে উপাসনাত কথাৰ প্ৰয়োজন নাই। ইন্দ্ৰিয়-পৰায়ণতাৰপৰা মনক শুদ্ধ কৰিবলৈ উপাসনাই অব্যৰ্থ উপায়

সেই সম্বন্ধে মোৰ কোনো সন্দেহ নাই। কিন্তু এই কথাষাৰেই অতিশয় বিনয়ৰে সৈতে আনি কৰা উচিত।

## নাৰায়ণ হেমচন্দ্ৰ

এই সময়তে নাৰায়ণ হেমচন্দ্ৰও ইংলণ্ডলৈ আহিছিল। লিখক হিচাবে তেওঁৰ কথা মই শুনিছিলোঁ। ভাৰতীয় জাতীয় সমিতিৰ কুমাৰী মেনিঙৰ ঘৰত আমাৰ দেখা-দেখি হ'ল। মই সহজে সমাজত আন মানুহৰ লগত মিলিব নোৱাৰোঁ বুলি কুমাৰী মেনিঙে জানিছিল। তেওঁৰ তালৈ গ'লে মই মনে মনে বহি থাকোঁ। মোক কিবা সুধিলেহে তাৰ উত্তৰ দিওঁ। কুমাৰী মেনিঙে নাৰায়ণ হেমচন্দ্ৰৰ লগত মোক পৰিচয় কৰাই দিলে। তেওঁ ইংৰাজী নাজানিছিল। তেওঁ জথলা আছিল—ঢিলা পায়জামা গাত শোট-মোচ খোৱা এটা লেতেৰা তাম-বৰণীয়া পাৰ্চী চোলা। নেকটাই বা কলাৰ একেবাৰেই নাছিল। মূৰত এটা উলৰ টুপী, ডাঁড়ি দীঘল, গা-গাৰি নথকা তেওঁ এজন কঁটীয়া মানুহ, ঘূৰণীয়া মুখত বসন্তৰ দাগ, নাকটো জোঙা নহয় অথচ সেইবুলি খৰাও নহয়, তেওঁ ঘনাই ডাঁড়িবোৰ ইফাল সিফাল কৰি থাকে। এনেহু সাজ-পাৰ পিন্ধা জথলা মানুহটো নিশ্চয় সেই 'ফেচনবল্লা' সমাজত সকলোৰে চকুত পৰিব। মই ক'লোঁ "মই আপোনাৰ বিষয়ে বহুত কথা শুনিছোঁ। মই আপোনাৰ কিছুমান লিখাও পঢ়িছোঁ। আপুনি মোৰ থকা ঠাইলৈ আহিলে বৰ সুখী হ'ম।"

নাৰায়ণ হেমচন্দ্ৰৰ মাত কৰ্কৰা আছিল। হাঁহি এটা মাৰি তেওঁ উত্তৰ দিলে "বাক বাম। আপুনি নো ক'ত থাকে।"

"ষ্টোৰ ষ্ট্ৰীটত।"

"তেনেহ'লে আমি ওচৰচুবুৰীয়া। মই ইংৰাজী শিকিব খোজোঁ। আপুনি শিকাবনে?"

"মই যি জানো, তাকে আপোনাক বং মনেৰে শিকাবলৈ চেষ্টা কৰিম। আপুনি যদি ভাল পায় তেন্তে আপোনাৰ তালৈ গৈয়ে শিকিব পাৰোঁ।"

"অ! নহয়, মই আপোনাৰ তালৈ যাম। মই অনুবাদ কৰিবলৈ এটা বহী লৈ যাম।"

এইদৰে আমাৰ বন্দোবস্ত হ'ল। সোনকালেই আমি দুয়ো বৰ বন্ধু হৈ পৰিলোঁ।

নাৰায়ণ হেমচন্দ্ৰই ব্যাকৰণ সমুলি নাজানিছিল। 'মৌৰাক' ক্ৰিয়া বিশেষণ পদ আৰু 'লনি-ঘোৰা'ক বিশেষ্য পদ বুলিছিল। এনে বহুতো ধেমেলীয়া কথা মোৰ মনত আছে। কিন্তু তেওঁ অজ্ঞতাৰ কথা ভাবি হতাশ হোৱা নাছিল। মোৰ সাধাৰণ ব্যাকাৰণৰ জ্ঞানৰপৰা তেওঁ একো শিকিব নোৱাৰিলে। প্ৰকৃততে ব্যাকৰণ নজনাটো তেওঁ লাজৰ কথা বুলি ধৰা নাছিল।

তেওঁ সম্পূৰ্ণ উদাসীনভাৱে ক'লে, "মই আপোনাৰ দৰে স্কুলত কেতিয়াও পঢ়া নাই। মোৰ ভাব প্ৰকাশ কৰাত কেতিয়াও ব্যাকৰণৰ আৱশ্যকতা মই অনুভৱ কৰা নাই। আপুনি বঙলা জানে নে? মই হ'লে জানো। মই বঙ্গদেশত ফুৰিছিলোঁ।ময়ে মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ লিখাৰোৰ গুজৰাটী ভাষালৈ অনুবাদ কৰিছোঁ। আন আন ভাষাৰো বহুমূলীয়া কিতাপবোৰ গুজৰাটী ভাষালৈ অনুবাদ কৰিবৰ মোৰ ইচ্ছা আছে। আপুনি জানে মই প্ৰতি শব্দ লৈ বাক্যবিলাকৰ ভাঙনী নকৰোঁ; মই মূল কথাখিনি প্ৰকাশ কৰিয়েই সন্তুষ্ট হওঁ। মোতকৈ বেচিকৈ জনা-শুনাসকলে ভৱিষ্যতলৈ ভালকৈ অনুবাদ কৰিব পাৰে। ব্যাকৰণৰ সহায় নোহোৱাকৈ যিমানখিনি-

কৰিব পাৰিছোঁ তাতেই মই সন্তুষ্ট। মই মাৰাঠী, হিন্দী আৰু বঙলা জানো। এতিয়া আকৌ ইংৰাজী শিকিবলৈ আৰম্ভ কৰিছোঁ। মই সবহকৈ শব্দ আৰু সেইবিলাকৰ অৰ্থ শিকিব খোজোঁ। মোৰ আকাঙ্ক্ষাৰ ইয়াতে ওৰ পৰিব বুলি আপুনি ভাবে নে? কেতিয়াও নপৰে। মই ফ্ৰান্সলৈ গৈ ফৰাচী ভাষা শিকিম। সেই ভাষাৰ সাহিত্য বৰ ব্যাপক বুলি শুনিছোঁ। মই জাৰ্মানীলৈকো যাম আৰু সুবিধা হ'লে জাৰ্মান ভাষাও শিকিম।" এইদৰে কথাৰ ওৰ নপৰাকৈ তেওঁ বলকি থাকে। তেওঁৰ ভাষা শিকা আৰু দেশ-ভ্ৰমণ কৰাৰ অসীম আকাঙ্ক্ষা আছিল। মই সুধিলোঁ, "তাৰ পাচত আপুনি আমেৰিকালৈও যাবনে?"

নিশ্চয়। নতুন পৃথিৱীখন নেদেখাকৈ মই কেনেকৈ ভাৰতলৈ উভতিম।"

"কিন্তু আপুনি টকা ক'ত পাব?"

"মোক কিহলৈ টকা লাগিছে? মই তো আপোনাৰ নিচিনা আটকধুনীয়া মানুহ নহওঁ। সাধাৰণ ৰকমৰ আহাৰ আৰু সাধাৰণ ৰকমৰ কাপোৰ-কানিয়েই মোৰ পক্ষে যথেষ্ট। তাৰ নিমিত্তে মোৰ কিতাপ বেচি আৰু বন্ধু-বান্ধৱৰপৰা যি পাওঁ সেয়ে যথেষ্ট হ'ব। মই সদায় তৃতীয় শ্ৰেণীতে ফুৰোঁ। আমেৰিকালৈ যাওঁতে ডেকতে যাম।"

নাৰায়ণ হেমচন্দ্ৰ সকলো ৰকমে সৰল আৰু স্পষ্টবাদী আছিল। তেওঁৰ অহঙ্কাৰ অলপো নাছিল; কেৱল মাত্ৰ নিজৰ লিখাৰ ক্ষমতা আছে বুলি মনতে তেওঁ অলপ গৰ্ব অনুভৱ কৰিছিল।

প্ৰতি দিনেই আমি দেখা-দেখি হওঁ। আমাৰ দুয়োৰো ভাব আৰু কাৰ্য্যত অলপ সামঞ্জস্য আছিল। আমি দুয়ো নিৰামিষাহাৰী। কেতিয়াবা আবেলিৰ জলপান দুয়ো একেলগে খাইছিলোঁ। এই সময়তে মই নিজে ৰান্ধি সপ্তাহটো ১৭ চিলিঙতে চলাইছিলোঁ। কেতিয়াবা

মই তেওঁৰ ঘৰলৈ যাওঁ আৰু কেতিয়াবা তেওঁ মোৰ ঘৰলৈ আহে। মই বিলাতী ধৰণেৰে বান্ধিছিলোঁ। কিন্তু তেওঁক ভাৰতীয় প্ৰণালীৰ বাহিৰে আন প্ৰণালীৰ ৰন্ধাই তুষ্ট কৰিব নোৱাৰিছিল। ডাইল নহ'লে তেওঁৰ নহয়েই। গাঁজৰ আদিৰে মই 'চুকন্দা' কৰিছিলোঁ। মোৰ জুতি দেখি তেওঁ মোক পুতৌ কৰিছিল। এবাৰ তেওঁ মগু ডাইল বিচাৰি মোলৈ বান্ধি লৈ আহিছিল। মই আনন্দেৰে খালোঁ। এইদৰেই আমাৰ ভিতৰত আদান-প্ৰদান চলিছিল। ভাল বস্তু এটা পালে মই তেওঁক দিও আৰু সেইদৰে তেওঁ মোক দিয়ে।

সেই সময়ত সকলোৰে মুখত কাৰ্ডিনেল মেনিঙৰ নাম শুনা গৈছিল। জন বাৰ্ণছ আৰু কাৰ্ডিনেল মেনিঙৰ চেষ্টাতে সোনকালে ডকৰ শ্ৰমিকসকলৰ ধৰ্মঘটৰ ওৰ পৰিল। মই নাৰায়ণ হেমচন্দ্ৰক ডিজৰেলিয়ে কাৰ্ডিনেলৰ বিলাসহীনতা গুণৰ শলাগ লোৱাৰ কথা ক'লোঁ। তেওঁ ক'লে "তেনেহ'লে মই নিশ্চয় সেই মহাপুৰুষক দেখা কৰিম।"

"তেওঁ ডাঙৰ মানুহ। তেওঁক কেনেকৈ দেখা কৰিব?"

"কিয়? মই জানো কেনেকৈ দেখা কৰিব পাৰি। মই আপোনাৰ হতুৱাই তেওঁলৈ মোৰ নামতে এখন চিঠি লিখাম। তেওঁলৈ লিখিব মই এজন গ্ৰন্থকাৰ আৰু মই তেওঁক মানব-সেৱা কাৰ্য্যৰ বাবে ধন্যবাদ জ্ঞাপন কৰিবলৈ আহিছোঁ আৰু লিখিব মই ইংৰাজী নজনাৰ কাৰণে আপোনাক দোভাষীয়া স্বৰূপে নিম।" তেওঁ কোৱা মতেই মই লিখিলোঁ।

দুই তিনি দিনৰ ভিতৰতে কাৰ্ডিনেল মেনিঙে চিঠিৰ উত্তৰত আমাক দেখা কৰিবলৈ মাতি পঠালে। আমি দুয়ো তেওঁক দেখা কৰিলোঁ। মই মোৰ দেখা কৰা সাজ-পাৰ পিন্ধি গৈছিলোঁ; কিন্তু নাৰায়ণ হেমচন্দ্ৰ সেই আগৰ সাজ-পাৰ পিন্ধিয়ে আহিল—সেই একে কোট' একে পায়জামা। মই তেওঁৰ সাজ-পাৰৰ কথা কৈ জনাও

খেমালি কৰিব খুজিছিলোঁ, কিন্তু তেওঁ মোক হাঁহি ক'লে, "তোমা-লোক সভ্য মানুহবোৰ সকলো ভয়াতুৰ। মহৎ লোকসকলে কেতিয়াও মানুহৰ বাহিৰটো নাচায়। তেওঁলোকে মানুহৰ ভিতৰ-খনৰ কথা হে ভাবে।"

আমি কাৰ্ডিনেলৰ ঘৰ সোমালোঁ। আমাক বহুৰা মাত্ৰকে এজন গা-পাৰি নথকা দীঘল বুঢ়া মানুহে আহি আমাৰ লগত "হেণ্ডচেক্" কৰিলেহি। নাৰায়ণ হেমচন্দ্ৰয়ো এইদৰেই সম্ভাষণ কৰিলে।

"মই আপোনাৰ সময় নষ্ট কৰিব নোখোঁজো। মই আপোনাৰ বিষয়ে বহুত শুনিছোঁ। ধৰ্মঘটকাৰীসকলৰ ভালৰ নিমিত্তে আপুনি যি কৰিছে, তাৰ বাবে আপোনাক সম্ভাষণ জনাবলৈ অহা উচিত বুলি মই ভাবিছিলোঁ। জগতৰ মহৎ লোকসকলক দেখা কৰা মোৰ অভ্যাস। সেই কাৰণে আপোনাক এইখিনি কষ্ট দিছোঁ।"

তেওঁ গুজৰাটী ভাষাত যেনেকৈ কৈছিল, এইখিনি তাৰ অনুবাদ।

"আপোনালোক অহাত আনন্দ পালোঁ। আশা কৰোঁ ইংলণ্ডত থাকি আপোনালোকে ভাল পাব। আপোনালোক ইয়াৰ মানুহৰ সংশ্ৰৱত আহিব পাৰিব। ঈশ্বৰে আপোনালোকৰ মঙ্গল কৰক।"

এইখিনি কথা কৈয়ে তেওঁ উঠিল আৰু আমাক বিদায় দিলে।

এবাৰ নাৰায়ণ হেমচন্দ্ৰই ধুতী-চাঁদৰ পিন্ধি মোৰ তালৈ আহিছিল। মৰমিয়াল লেণ্ড-লেডী গৰাকীয়ে দুৱাৰ মেলি দি ভয় খাই লৰি আহি মোৰ ওচৰ পালেহি (এই জনা নতুন লেণ্ড-লেডী। তেওঁ নাৰায়ণ হেমচন্দ্ৰক চিনি নাপায়) আৰু "ক'লে কোনোবা এটা বলিয়াই তোমাক দেখা কৰিবলৈ আহিছে। মই দুৱাৰমুখলৈ গৈ নাৰায়ণ হেমচন্দ্ৰক দেখি আচৰিত হ'লোঁ, উচাপ খাই উঠিলোঁ ; কিন্তু তেওঁৰ মুখত সেই আগৰ নিচিনা হাঁহিকে দেখিলোঁ।

"বাটৰ ল'ৰা-ছোৱালীবোৰে আপোনাক আমনি কৰা নাই নে?"

"সিহঁত মোৰ পিচে পিচে লৰি আহিছিল হয়; কিন্তু মই সিহঁতলৈ মন নকৰাত সিহঁত মনে মনে থাকিল।"

লণ্ডনত মাহচেৰেক থাকি নাৰায়ণ হেমচন্দ্ৰ পেৰীলৈ গ'ল। তেওঁ তাত ফৰাচী ভাষা শিকাত আৰু ফৰাচী ভাষাৰ কিতাপ অনুবাদ কৰিবলৈ ধৰিলে। তেওঁৰ অনুবাদ চাব পৰাকৈ মই ফৰাচী ভাষা জানিছিলোঁ। সেই দেখি তেওঁৰ কিতাপখন মোক চাবলৈ দিলে। তেওঁৰ অনুবাদ প্ৰকৃত অনুবাদ নহয়। কেৱল সাৰাংশ হে আছিল।

অৱশেষত আমেৰিকালৈ যোৱাৰ ইচছাও তেওঁৰ পুৰণ হ'ল। তেওঁ বৰ কষ্টেৰে আমেৰিকালৈ যাবলৈ ডেকৰ টিকেট এটা পালে। আমেৰিকা যুক্ত-ৰাজ্যত থাকোঁতে এদিন তেওঁ ধুতী-কামিজ পিন্ধি ফুৰিবলৈ ওলাওঁতে, ভালকৈ কাপোৰ নিপিন্ধা বুলি তেওঁক অপৰাধী কৰি ধৰি নিছিল। বিচাৰত তেওঁক এৰি দিয়া মোৰ মনত আছে।

## বিৰাট প্ৰদৰ্শনী

১৮৯০ চনত পেৰী মহানগৰীতে এখন বিৰাট প্ৰদৰ্শনী হৈছিল। ইয়াৰ বাবে বিৰাট আয়োজন হৈছিল বুলি মই কাগজত পঢ়িছিলোঁ, ইয়াৰ বাহিৰেও পেৰী নগৰখন চাবলৈকো মোৰ মনত প্ৰবল ধাউতি আছিল। সেইবাবে মনতে ভাবিলোঁ যে এই সময়তে তালৈ গ'লে একেলগতে দুয়োটো ইচছা পূৰ্ণ হয়। এই প্ৰদৰ্শনীৰ আৰু এটা বিশেষ আকৰ্ষণো আছিল। সেইটো হৈছে, 'এফিল টাৱাৰ'; এই 'টাৱাৰ' তেনেই লোহে সজা, ওখৰো প্ৰায় এহাজাৰ ফুট। অৱশ্যে ইয়াৰ বাহিৰেও তাত চাবলগীয়া আন বস্তু বহুতো আছিল। কিন্তু এইটোৱেই হৈছে প্ৰধান। তেতিয়া ইমান ওখ বৰ এটা

থিয়কৈ বধা নাবায় বুলি সাধাৰণতে মানুহৰ ধাৰণা আছিল।

পেৰীত এটা নিৰামিষ ভোজনালয় থকা বুলিও মই শুনিছিলোঁ। তাত এটা খোটালী ভাৰালৈ লৈ ৭ দিন আছিলোঁ। বহুতো খৰচ কমালোঁ; পেৰীলৈ যোৱা-অহা আৰু তাত চাবলগীয়া বস্তবোৰ চোৱা সস্তাতেই চলালোঁ। পেৰী নগৰীৰ আৰু প্ৰদৰ্শনীৰ মানচিত্ৰ দুখন আৰু সুকীয়াকৈ প্ৰদৰ্শনীৰ এখন নক্সা লৈ প্ৰায়েই খোজকাঢ়ি ফুৰিছিলোঁ। ঘাই আলিবোৰ আৰু চাবলগীয়া ঠাইবোৰলৈ যাবলৈ এয়ে যথেষ্ট আছিল।

প্ৰদৰ্শনীৰ বিৰাট সাজ-সৰঞ্জাম আৰু নানাবিধ বস্তুৰ পোহাৰৰ বাহিৰে প্ৰদৰ্শনীখনৰ সম্পৰ্কে মোৰ একোৱেই মনত নাই। এফিল টাৱাৰৰ কথা মোৰ মনত পৰে। তাৰ ওপৰলৈ মই দুবাৰ কি তিনিবাৰ উঠিছিলোঁ। ইয়াৰ প্ৰথম মহলাত এটা 'ৰেষ্টুৰাঁ' (চাহ-জলপানৰ ব্যৱস্থা থকা হোটেল) আছিল, ইমান ওখত বহি খাইছোঁ বোলাবলৈকে মই ৭ চিলিং পানীত দলিয়াই পেলালোঁ।

পেৰীৰ পুৰণি গীৰ্জাবোৰৰ কথা এতিয়াও মোৰ মনত আছে। এইবিলাকৰ আড়ম্বৰ আৰু শান্তিপূৰ্ণতা মই পাহৰিব নোৱাৰোঁ। 'নোটাৰডেম'ৰ অপূৰ্ব কাৰিকৰি, ভিতৰৰ ধুনীয়া কাৰুকাৰ্য্য পাহৰিব নোৱাৰি। তেতিয়া মোৰ মনতে ভাব হৈছিল যে যিসকলে কোটি কোটি টকা এইদৰে ধৰ্ম-মন্দিৰ সজাতেই খৰচ কৰিব পাৰে, তেওঁলোকৰ অন্তৰত ভগৱানলৈ ভক্তি নথকাকৈ নোৱাৰে।

পেৰীৰ ধুনপেচ, প্যেৰীৰ স্বেচ্ছাচাৰ, নাচগান আদি বহুতো কথা মই পূৰ্বে শুনিছিলোঁ। বাটতো এইবিলাক দেখা পালোঁ। কিন্তু গীৰ্জাঘৰৰ ভিতৰখন যেন সম্পূৰ্ণ সুকীয়া। গীৰ্জাঘৰৰ ভিতৰত ভৰি দিয়া মাত্ৰেই বাহিৰৰ কোলাহল মনলৈ নাহে। ভিতৰলৈ সোমোৱা মাত্ৰে মনত এটা অপূৰ্ব পৰিবৰ্ত্তন আহে। কুমাৰী দেৱীৰ মূৰ্ত্তিৰ আগত আঁঠু লৈ সেৱা কৰি থকা দেখিলে অন্তৰত এটা সম্ভ্ৰমৰ ভাব

আছে। সেই সময়ত এইদৰে মোৰ মনত যি ভাব হৈছিল এতিয়া সেই ভাব আৰু বাঢ়িবলৈ ধৰিছে। এইদৰে আঁঠু লোৱা, এইদৰে উপাসনা কৰা, কেৱল যে কুসংস্কাৰ এইটো কেতিয়াও নহয়। কুমাৰী মেৰীৰ মূৰ্তিৰ তলত আঁঠু লৈ যি ভক্তসকলে উপাসনাত মগ্ন হয় তেওঁলোকৰ অন্তৰলৈ এটা প্ৰকৃত ভক্তিৰ ভাব নহাকৈ কেতিয়াও নাথাকে। শিলৰ মূৰ্তি এটাক তেওঁলোকে সেৱা-ভক্তি কৰিছে এনে নহয়। এই মূৰ্তিৰ ভিতৰেদিয়েই তেওঁলোকে ভগৱানক সেৱা জনাইছে। এইদৰে ভগবানৰ মহিমা নকমে, বৰঞ্চ বাঢ়িয়েই যায় বুলি মোৰ মনত সেই সময়ত এটা ধাৰণা হৈছিল বুলি মোৰ মনত পৰে।

এফিল টাৱাৰ সম্পৰ্কে একেষাৰ কথা মই কওঁ। এই এফিল টাৱাৰৰ আজি কি প্ৰয়োজন মই ক'ব নোৱাৰোঁ। কিন্তু সেই সময়ত ইয়াৰ নিন্দাও শুনিছিলোঁ আৰু প্ৰশংসাও শুনিবলৈ পাইছিলোঁ। নিন্দা কৰাৰ ভিতৰত টলষ্টয় এজন প্ৰধান আছিল বুলি মোৰ মনত পৰে। এই টাৱাৰেই হৈছে মানুহৰ মূৰ্খালিৰ নিদৰ্শন, জ্ঞানৰ নহয় বুলি তেওঁ কৈছিল। জগতত বিবিধ মাদক বস্তু প্ৰচলিত আছে তাৰ ভিতৰত ধঁপাতেই হৈছে সবাতকৈ বেয়া, কাৰণ যিবোৰ কুকৰ্ম কৰিবলৈ মদাহীৰ সাহ নহয়, ধপাতুৱাৰ সেইবোৰ কুকৰ্ম কৰিবলৈ প্ৰলোভন হয়। মদে মানুহক বলিয়া কৰে, কিন্তু ধঁপাতে মানুহৰ বুদ্ধি-বৃত্তিক ধোঁৱাৰে ছাটি ধৰে আৰু ফলত সি আকাশত চাং পাতি বহে। মানুহৰ এনেবিধ প্ৰভাৱত পৰাৰ ফলত সৃষ্টি হৈছে এই 'এফিল টাৱাৰ'। এই প্ৰদৰ্শনীৰ প্ৰকৃত সৌন্দৰ্য্য বঢ়োৱাত এই টাৱাৰে একো সহায় কৰিছিল বুলি কব নোৱাৰি। দলে দলে গৈ মানুহে এই টাৱাৰ চাৰগৈ আৰু ই এটা অতুল বস্তু আৰু আকাৰতো ডাঙৰ দেখি তেওঁলোকে ওপৰত উঠি ৰং ধেমালি কৰিছিল মাথোন। প্ৰদৰ্শনীৰ ই এটা বিৰাট 'খেলনা'ৰ আহিলা মাথোন।

ল'ৰালি কালত আমি এইদৰে 'খেলনা'ত আকৰ্ষিত হওঁ। আৰু আমি যে এতিয়াও সৰু ল'ৰা-ছোৱালীৰ দৰেই আৰু তেওঁলোকৰ দৰে বং চঙীয়া বস্তুত মুগ্ধ, তাৰেই প্ৰমাণ দিছে এই টাৱাৰে। এই এফিল টাৱাৰৰ সাৰ্থকতা ইয়াতেই বুলি কব পাৰি।

## বেৰিষ্টাৰ হ'লো—কিন্তু তথাপি

মই বিলাতলৈ যি উদ্দেশ্যত গৈছিলোঁ অৰ্থাৎ বেৰিষ্টাৰ হ'বলৈ, এই সম্পৰ্কে এতিয়ালৈকে একো কোৱা নাই। এই সম্পৰ্কে চমুকৈ কোৱাৰ এতিয়া সময় হৈছে। নিয়মমতে বেৰিষ্টাৰ হোৱাৰ পূৰ্বতে প্ৰতি ছাত্ৰই দুটা চৰ্ত পালন কৰিব লাগে। 'টাৰ্ম ৰখা' (১২টা টাৰ্ম তিনি বছৰৰ সমান) আৰু পৰীক্ষাত উত্তীৰ্ণ হোৱা। 'টাৰ্ম ৰখা'ৰ অৰ্থ হৈছে, এটা 'টাৰ্ম'ত ভোজন কৰা অৰ্থাৎ টাৰ্মত ২৫টা ভোজৰ ভিতৰত অন্ততঃ ছটা ভোজত উপস্থিত থকা। য়াৰ ভোজত উপস্থিত থকা মানে ভোজন কৰা নহয়, নিৰ্দিষ্ট সময়ত উপস্থিত হোৱাৰ বাতৰি জনাই ভোজনৰ সময়ত উপস্থিত থাকিলেই হ'ল। অৱশ্যে সাধাৰণতে সকলোৱেই তাত দিয়া আহাৰ্য্য বস্তু আৰু ভাল ভাল মদ খায়। তাৰ এটা ডিনাৰত ২ চিলিং ৬ পেন্সৰপৰা ৩ চিলিং ৬ পেন্সলৈকে খৰচ পৰে অৰ্থাৎ ২ টকাৰপৰা ৩ টকালৈকে। এই ৰেচ নিয়মিত বুলি বিবেচিত হৈছিল, কাৰণ হোটেলত খাবলৈ হ'লে অকল মদতেই সিমানখিনি দিবলগীয়া হয়। "সভ্য" নহ'লে ভাৰতবৰ্ষত আমি এই কথাষাদত অৰ্থাৎ আহাৰতকৈ অকল মদতে সৰহ দাম দিয়াত আচৰিত হওঁ। প্ৰথমবাৰ এই কথাষাৰ জানি

মই বিচুতি হ'লোঁ আৰু মদৰ কাৰণে ইমান টকা মানুহে কেনেকৈ খৰচ কৰে, তাকেই ভাবি স্তম্ভিত হ'লোঁ। লাহে লাহে কথাবোৰ বুজিবলৈ ধৰিলোঁ। এইবিলাক ভোজত মই প্ৰায়েই খোৱা-লোৱা নাছিলোঁ আৰু খালেও ৰুটি, সিজোৱা আলু, কবি আদিহে খাওঁ। পোনপ্ৰথমে এইবোৰো একো খোৱা নাছিলোঁ, কাৰণ এইবোৰ মোৰ মুখত ভাল নালাগিছিল। লাহে লাহে এইবোৰত জুতি লগাত অন্যবিধ বিচাৰিবলৈকো মোৰ সাহ হ'ল।* 'বেঞ্চাৰ'সকলক দিয়া ডিনাৰ ছাত্ৰসকলক দিয়াতকৈ ভাল আছিল। মই আৰু নিৰামিষভোজী পাৰ্চী ছাত্ৰ এজনে নিৰামিষভোজনৰ প্ৰচাৰাৰ্থে বেঞ্চাৰসকলক দিয়াৰ দৰে ছাত্ৰসকলৰ বাবেও নিৰামিষ ভোজনৰ ব্যৱস্থা থাকিব লাগে বুলি আবেদন দিলোঁ। আমাৰ আবেদন মঞ্জুৰ হ'ল আৰু ফল-মূল আৰু অন্যান্য শাক-পাচলি 'বেঞ্চাৰ'সকলৰ মেজৰপৰা পাবলৈ ধৰিলোঁ।

৪ জনৰ একোটা সমষ্টিৰ ভিতৰত দুবটলকৈ মদ দিয়া হৈছিল আৰু মই মদ স্পৰ্শ নকৰা গতিকে মোক নিজৰ সমষ্টিত পাবলৈ সকলোৱেই চেষ্টা কৰিছিল। কাৰণ সেয়ে হ'লে তিনিজনেই দুবটল উৰাব পাৰে। প্ৰত্যেক টাৰ্মতেই এটা "গ্ৰেণ্ড নাইট"ৰ ব্যৱস্থা আছিল আৰু এই উপলক্ষে 'পোৰ্ট' 'শ্বেৰী' প্ৰভৃতি মদৰ উপৰিও 'চেম্পেন' প্ৰভৃতি মদো চলিছিল। সেই বাবে এই 'গ্ৰেণ্ড নাইটৰ' উৎসৱত মোক বিশেষকৈ মতা হৈছিল। মোক লগত পাবলৈ সকলোৱেই যত্ন কৰিছিল।

বেবিষ্টাৰীলৈ এইবিলাক ভোজে কেনেকৈ উপযুক্ত কৰে মই তেতিয়া বুজা নাছিলোঁ আৰু এতিয়ালৈকেও বুজি পোৱা নাই।

---

* বেঞ্চাৰ—বেবিষ্টাৰী শিক্ষা দিয়া সমাজৰ সদস্যসকলক বেঞ্চাৰ বোলা হয়।

অৱশ্যে পূৰ্বে এনেকুৱা এটা সময় আছিল যেতিয়া এইবিলাক ভোজত কম সংখ্যক ছাত্ৰইহে যোগ দিয়া বাবে তেওঁলোকৰ আৰু বেঞ্চাৰ-সকলৰ মাজত কথা-বতৰা হ'বলৈ সুবিধা হৈছিল, লগে লগে বক্তৃতাও চলিছিল। এইবিলাকতেই সংসাৰ সম্বন্ধে জ্ঞান, আদব-কায়দা প্ৰভৃতিও শিকা হয় আৰু বাক্-শক্তিৰো উন্নতি সাধন হয়। আমাৰ দিনত এনেকুৱা হোৱা সাধ্য নাছিল। বেঞ্চাৰসকল ছাত্ৰসকলৰপৰা সদায় বহুতো আঁতৰত থাকে। এই অনুষ্ঠান লাহে লাহে অৰ্থশূন্য হ'বলৈ ধৰিছে; কিন্তু ৰক্ষণশীল ইংলণ্ডই এনেকুৱা অনুষ্ঠান তথাপি ৰক্ষা কৰি আছে।

পাঠ্য-তালিকাও বৰ উজু আছিল। বেৰিষ্টাৰসকলক ধেমালিকৈ ভোজৰ বেৰিষ্টাৰ বোলা হৈছিল। প্ৰত্যেকেই জানিছিল যে পৰীক্ষা বিলাকৰ একো মূল্য নাই। আমাৰ দিনত দুটা বিষয়ত পৰীক্ষা আছিল—এটা হৈছে 'ৰোমান-ল'ত, আনটো হৈছে 'কমন-ল'ত। এইবিলাক পৰীক্ষাৰ বাবে নিয়মিত পাঠ্য নিৰ্ধাৰিত আছিল আৰু পৰীক্ষা ভালে ভালে দিব পৰা নিয়মো আছিল, কিন্তু কোনোৱেই সচৰাচৰ পাঠ্য কিতাপবোৰ নপঢ়ে। বহুতো ছাত্ৰকে ৰোমান-ল'ৰ 'নোট' দুসপ্তাহমান পঢ়ি আৰু কমন-ল'ৰ নোট দুমাহমান পঢ়ি পৰীক্ষাত উত্তীৰ্ণ হোৱা মই দেখিছোঁ। প্ৰশ্ন-কাকত উজু আৰু পৰীক্ষকসকলো বৰ উদাৰ আছিল। ৰোমান-ল'ৰ পৰীক্ষাত শতকৰা ৯৭ৰ পৰা ৯৯লৈকে আৰু ফাইনেল পৰীক্ষাত ৭৫ নাইবা তাতোকৈ বেছি উত্তীৰ্ণ হৈছিল। সেইবাবে অকৃতকাৰ্য্য হোৱাৰ সম্ভাৱনা খুব কমেই আছিল। বছৰত পৰীক্ষা এবাৰ নহয়, ৫ বাৰকৈ হৈছিল। এনেকুৱা সুবিধাজনক পৰীক্ষা টান বুলি কোনেও নাভাবিছিল।

কিন্তু এইবিলাক পৰীক্ষা টান বুলি মই ঠিক কৰি লৈছিলোঁ। পাঠ্য কিতাপবোৰ সকলোখিনি মই পঢ়িম বুলি ভাবিছিলোঁ। মই ভাবিছিলোঁ যে গোটেইবোৰ কিতাপ নপঢ়া প্ৰতাৰণা মাথোন। ইয়াত

মই বহুতো টকা খটাইছিলোঁ। লেটিন ভাষাত পঢ়া মই স্থিৰ কৰিলোঁ। লণ্ডনৰ মেট্ৰিকুলেচন পৰীক্ষা দিওঁতে মই যি লেটিন শিকিছিলোঁ, সেয়ে দক্ষিণ আফ্ৰিকাত মোৰ সহায় হ'ল এইবিলাক পঢ়াও মোৰ বৰ সহায়ত আহিছিল, কাৰণ তাত ৰোমান ডাচেই সাধাৰণ আইন। 'জাষ্টিনিয়ান' পঢ়াত দক্ষিণ আফ্ৰিকাৰ আইন বুজিবলৈ মোৰ যথেষ্ট সহায় হ'ল।

ইংলণ্ডৰ 'কমন-ল'খন পঢ়োঁতে ৯ মাহ কঠিন পৰিশ্ৰম কৰিব-লগীয়া হৈছিল। কাৰণ ব্ৰুমৰ কমন-ল বোলা কিতাপখন বৰ আমোদপ্ৰদ, ইয়াতেই বহুতো সময় যায়; স্নেলৰ 'ইকুইটি'খন পঢ়িবলৈ ভাল যদিও বুজিবলৈ অলপ টান। হোৱাইট আৰু টিউ-ডৰৰ প্ৰধান মোকৰ্দমা বিলাক ( Leading Cases—ইয়াৰ ভিতৰত কিছুমান মোকৰ্দমা পঢ়া নিৰ্ধাৰিত আছিল) বৰ আমোদপ্ৰদ আৰু শিক্ষাৰ বাবে লাগতিয়াল। উইলিয়াম আৰু এডৱাৰ্ডৰ 'ৰিয়েল প্ৰোপাৰ্টি' আৰু গুডীভৰ 'পাৰ্চনেল ল'ও মই পঢ়িলোঁ। ভাৰতলৈ উলটি আহিও সমান অধ্যৱসায়েৰে এখন কিতাপ মই পঢ়িলোঁ— সেইখন হৈছে মেইনৰ হিন্দু-আইন। কিন্তু ইয়াত এতিয়া ভাৰতৰ আইন বিষয়ক কিতাপ সম্পৰ্কে কোৱা নিষ্প্ৰয়োজন।

মই পৰীক্ষাত উত্তীৰ্ণ হ'লোঁ আৰু ১৮৯১ চনৰ ১০ জুন তাৰিখে বেৰিষ্টাৰী কৰিবলৈ নিয়মমতে অধিকাৰ পালোঁ। ১১ তাৰিখে ইংলণ্ডৰ হাইকোৰ্টৰ তালিকাত নাম ওলাল। ১২ তাৰিখে ঘৰলৈ ৰাওনা হ'লোঁ। ইমান পঢ়া সত্বেও মোৰ নিঃসহায় ভাব আৰু ভয়ৰ অন্ত পৰা নাছিল। বেৰিষ্টাৰ হ'লোঁ হয়, কিন্তু ইয়াৰে জীৱিকা উপাৰ্জন কৰিবলৈ যোগ্য হৈছোঁ বুলি মই ভবা নাছিলোঁ।

আন এটা সুকীয়া অধ্যায়ত মোৰ নিঃসহায়ভাৱ সম্বন্ধে বৰ্ণনা কৰিম।

# মোৰ সহায়হীনতা

বেৰিষ্টাৰ হৈ 'বাৰ'ত যোগ দিয়া বৰ উজু কথা, কিন্তু 'বাৰ'ত বেৰিষ্টাৰী কৰা বৰ টান। মই আইন পঢ়িছিলোঁ হয়, কিন্তু কেনেকৈ ব্যৱহাৰ কৰিব লাগে সেই শিক্ষা নাছিল। আইনৰ সূত্ৰবোৰ বৰ মনোযোগেৰে সৈতে পঢ়িছিলোঁ, কিন্তু কেনেকৈ ব্যৱহাৰ কৰিব লাগে, [redacted]তাক জনা নাছিলোঁ। ৰোমান-ল'ত এটা কথা আছে "নিজৰ সম্পত্তি এনেদৰে ব্যৱহাৰ কৰিবা, যাতে অন্যৰ সম্পত্তিৰ ক্ষতি নহয়।" এই সূত্ৰটো নিজৰ মক্কেলৰ সুবিধাৰ্থে কেনেকৈ ব্যৱহাৰ কৰিব পাৰি মই ভাবি একো উৱাদিহ পোৱা নাছিলোঁ। এই সূত্ৰ সম্বন্ধে যিবোৰ প্ৰধান প্ৰধান মোকৰ্দমা হৈ গৈছে, তাৰ বিৱৰণ মই পঢ়িছিলোঁ কিন্তু তথাপিও মোৰ ভৱিষ্যৎ মক্কেলৰ সহায়ৰ অৰ্থে সূত্ৰ কেনেকৈ ব্যৱহাৰ কৰিব লাগিব, তাত মোৰ অলপো বিশ্বাস হোৱা নাছিল।

ইয়াৰ উপৰিও ভাৰতীয় আইনৰ একোৱেই মই পঢ়া নাছিলোঁ। হিন্দু আৰু মুছলমান আইনৰ একোৱেই ধাৰণা নাছিল। আৰ্জি কেনেকৈ লিখিব লাগে, তাকেই মই নাজানিছিলোঁ। অথাই সাগৰত পৰাদি পৰিলোঁ। চাৰ ফিৰোজশ্বাহ মেহতাৰ কথা শুনি-ছিলোঁ যে তেখেতে আদালতত সিংহৰ দৰে গৰ্জে। ইংলণ্ডত কেনেকৈ এই দৰে বেৰিষ্টাৰী শিকিলে, ইয়াতেই মই আচৰিত হওঁ। তেখেতৰ দৰে আইনত জ্ঞান লাভ কৰা দূৰৰ কথা, এই ব্যৱ-সায়েৰে জীৱিকা উপাৰ্জন কৰাতেই মোৰ গুৰুতৰ সন্দেহ উপস্থিত হ'ল। আইন পাঠ্য থাকোতে এনেধৰণৰ দুশ্চিন্তাত বিমোৰত পৰিলোঁ। কেইজনমান বন্ধুক মোৰ বিপদৰ কথাবোৰ ক'লোঁ। এজনে দাদাভাই নৌৰোজীৰ উপদেশ ল'বলৈ ক'লে। মই ইতিপূৰ্বেই কৈছোঁ যে ইংলণ্ডলৈ যাওঁতে দাদাভাইলৈ এখন পৰিচয়-পত্ৰ নিছিলোঁ, এইখন

চিঠিৰেই এতিয়া ইয়ান পলমত সুযোগ নলওঁ। কাৰণ আগেয়ে মই ভাবিছিলোঁ যে ইয়ান এজন ডাঙৰ মানুহক দেখা কৰি আমনি কৰাৰ মোৰ একো অধিকাৰ নাই। তেখেতৰ বক্তৃতাৰ বাতৰি পোৱা মাত্রে সভা-ঘৰলৈ মই যাওঁ আৰু এটা চুকৰ পৰা তেখেতৰ বক্তৃতা শুনো; বক্তৃতা শেষ হ'লে চকু আৰু কাণৰ তৃপ্তি লাভ কৰি উলটি আহোঁ। ছাত্রসকলকলৰ লগত ভালকৈ চিনা-পৰিচয় হ'বলৈ তেখেতে এখন সমিতি পাতিছিল। ইয়াৰো সভাবোৰলৈ মই অহা-যোৱা কৰিছিলোঁ। ছাত্রসকলৰ কাৰণে চিন্তা কৰাত আৰু ছাত্রসকলেও তেখেতক শ্রদ্ধা কৰাত মই আনন্দ পাইছিলোঁ। কালক্রমে এদিনাখন সাহ কৰি পৰিচয়-পত্রখন তেখেতক দিলোঁগৈ। তেখেতে ক'লে—"তুমি আহিবা, মোৰ ওচৰত উপদেশ আদি লবাহি।" কিন্তু মই এই সুবিধা কেতিয়াও লোৱা নাছিলোঁ। সেই বাবেই দাদাভাইৰ ওচৰলৈ গৈ উপদেশ লবলৈ মোৰ বন্ধুজনে যি পৰামর্শ দিছিল তাক গ্রহণ কৰা নাছিলোঁ। মই পাহৰিছোঁ, তেন্তেই নে অন্য কোনোবাই মিঃ ফ্রেডেৰিক পিনকাটক লগ পাবলৈ মোক কৈছিল। তেখেত ৰক্ষণশীল দলৰ লোক আছিল, কিন্তু ভাৰতীয় ছাত্রৰ বাবে তেখেতৰ মৰম পবিত্র আৰু নিঃস্বার্থ আছিল। বহুতো ছাত্রই তেখেতৰ উপদেশ লৈছিল। মই দেখা কৰিবলৈ এটা সময় বিচাৰি চিঠি লিখিলোঁ। তেখেতে মোক সময় দিলে। তেখেতৰ লগত দেখা হোৱাটো মই পাহৰিব নোৱাৰো। তেখেতে মোক বন্ধুৰ দৰে আদৰি নিলে। মোৰ শঙ্কা আৰু ভয় তেখেতে হাঁহি উৰুৱাই দি ক'লে—"তুমি ভাবানে যে সকলোৱেই ফিৰোজশ্বাহ মেহতাৰ দৰে হ'ব লাগিব। ফিৰোজশ্বাহ আৰু বদৰুদ্দীন (বদৰুদ্দীন তায়াবজী) বিৰল। সাধাৰণ বেৰিষ্টাৰ হ'বলৈ বৰ অসাধাৰণ নৈপুণ্য নালাগে। জীৱিকা উপার্জনৰ পক্ষে সাধুতা আৰু পৰি-শ্রমেই যথেষ্ট। সকলো মোকর্দমাই জটিল নহয়। বাৰু, তুমি

সাধাৰণতে কিমান পঢ়িছা সেইটো জানিবলৈ দিয়াচোন ?"

মই নিজৰ সামান্য পঢ়া-শুনাৰ বাতৰি দিলত তেখেত অলপ নিৰাশ হোৱা যেন লাগিল, কিন্তু এক মুহূৰ্তৰ বাবে। ততালিকে তেখেতে মিঠা হাঁহি মাৰি ক'লে—মই তোমাৰ অসুবিধাৰ কথা বুজিছোঁ। সাধাৰণ পঢ়া তোমাৰ নিচেই তাকৰ। উকীলৰ পক্ষে একান্ত প্ৰয়োজনীয় মানৱ চৰিত্ৰ সম্বন্ধে জ্ঞান তোমাৰ নায়েই। তুমি আনকি, ভাৰত বুৰঞ্জীখনকেই পঢ়া নাই। মানৱ চৰিত্ৰ সম্পৰ্কে উকীলৰ জনা উচিত। মুখ দেখিয়েই মানুহৰ চৰিত্ৰ জানিবলৈ তেওঁৰ ক্ষমতা থকা প্ৰয়োজন। প্ৰত্যেক ভাৰতবাসীয়েই ভাৰত বুৰঞ্জীখন পঢ়া দৰ্কাৰ। ওকালতিৰ লগত ইয়াৰ সম্বন্ধ নাথাকিলেও তোমাৰ এইখিনি জ্ঞান থকা উচিত। কে আৰু ম্যালিছনে লিখা ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ বুৰঞ্জীখনো তুমি পঢ়া নাই। সেইখন ততালিকে পঢ়া আৰু মানৱ-চৰিত্ৰ সম্পৰ্কে জানিবলৈ আৰু দুখনমান কিতাপ পঢ়া। এই দুখনমান কিতাপ লোভেটৰ আৰু চেমেলপেনিকৰ Physiognomy। এই গৰাকী সন্মানিত বন্ধুলৈ মই বৰ কৃতজ্ঞ হ'লোঁ। তেখেতৰ ওচৰ পালত মোৰ ভয় শঙ্কা সকলো গুচিল, কিন্তু তেখেতক এৰি অহা মাত্ৰে আকৌ মোৰ দুশ্চিন্তা হ'বলৈ ধৰিলে। কিতাপ দুখনৰ কথা বাটত ভাবি আহোতে "মানুহৰ মুখ চাই চৰিত্ৰ জনা" এই প্ৰশ্নই মনত খেলাবলৈ ধৰিলে। তাৰ পাচদিনাই লোভেটৰ কিতাপ দুখন কিনিলোঁ। চেমেলপেনিকৰ কিতাপ দোকানত পোৱা নগল। লোভেটৰ কিতাপখন পঢ়িবলৈ ধৰিলোঁ, কিন্তু মেলৰ 'ইকুইটি' তকৈও এইখন কিতাপ টান পালোঁ আৰু ইয়াত অলপো ৰস নাপালোঁ। চেক্সপীয়াৰৰ মানৱ-চৰিত্ৰ-তত্ত্ব মই পঢ়িছোঁ কিন্তু লণ্ডনৰ বাটে-পথে চলা-ফুৰা কৰা কত চেক্সপীয়েৰক চিনিবলৈ মোৰ বিদ্যা হোৱা নাছিল। লোভেটৰৰ কিতাখনেৰে মোৰ জ্ঞান অলপো বৃদ্ধি নহ'ল।

পিনকাটৰ উপদেশো মোৰ কামত ববকৈ নালাগিল, কিন্তু তেখেতৰ মৰমে মোক বৰ সহায় কৰিলে। তেখেতৰ হাঁহিমুখ মোৰ স্মৃতিত বৰ দকৈ বহিল আৰু কৃতবিদ্য বেৰিষ্টাৰ হ'বলৈ হ'লে ফিৰোজশ্বাহ মেহতাৰ বুদ্ধি, স্মৰণ-শক্তি ক্ষমতা নহ'লেও চলে বুলি তেখেতে মোক যি উপদেশ দিছিল, সেইটো বিশ্বাস কৰিলোঁ। সাধুতা আৰু পৰিশ্ৰমেই যথেষ্ট আৰু এই দুটা গুণ অলপ পৰিমাণে থকাত আশ্বস্ত হলোঁ।

কে আৰু ম্যালিছনে লিখা কিতাপখন বিলাতত থাকোঁতে পঢ়িবলৈ ন'হল; কিন্তু দক্ষিণ আফ্ৰিকালৈ গৈহে পঢ়িলোঁ; কাৰণ সুবিধা পালেই সেইখন কিতাপ পঢ়িম বুলি মই লগতে স্থিৰ কৰি লৈছিলোঁ।

এইদৰে নিৰাশাৰ মাজেদি আশাৰ অলপ জিলিঙনি লৈ 'আসাম' নামৰ জাহাজখনেৰে আহি বোম্বাইৰ বন্দৰত নামিলোঁহি। বন্দৰত সাগৰ বৰ চঞ্চল আছিল, সেইকাৰণে সৰু এখন জাহাজেৰে পাৰলৈ আহিবলগীয়া হ'ল।

—সমাপ্ত—